# পাতনি।

—:*:—

এই পুথিত থকা বড়গীতবোৰৰ সৰহভাগ শঙ্কৰদেৱ
বদেৱৰ ৰচিত দুই এটাৰ বাহিৰে আগেয়ে ছপা
ৱা নাছিল। মই যেতিয়া কমাৰকুছি উচ্চ প্ৰাইমাৰী
ৰ হেড্ পণ্ডিতৰ কামত থাকো আৰু মোৰ বন্ধুবৰ
যুত সূৰ্য্যকান্ত পট্টোয়াৰী দ্বিতীয় পণ্ডিতৰ কামত
কে, তেতিয়াই এইবোৰ বড়গীত সংগ্ৰহ কৰা হয়।
সাৰ চক্ৰত পড়ি দুয়ো দুই ফালে থাকিব লগা
ৱাত আজিলৈ ছপা কৰাব পাৰা নাছিলো।
কৃণাময়ৰ করুণাগুণে সংসাৰ সাগৰত ভাহি ভাহি
বায় দুইজন একেলগ হোৱাত এই সুবিধাতে দুয়ো
নৰ অন্তৰত মিলা-প্ৰীতি ভাব জাগৰিত কৰি ৰাখিছিল
ক বাধা বিঘিৰ মাজত পৰিও এই পুথিখন যে
পাই ৰাইজৰ আগত উলিয়াব পাৰিছো, ই আমাৰ
বহে ফল। এতিয়া ই বৈষ্ণৱ সকলৰ একুকত ঠাই
লে যত্নৰ সফল মানিম। ইতি

১।১০।২৫
কমাৰকুছি।

শ্ৰীপ্ৰসন্নচন্দ্ৰ বৰুৱা।

তা।

মই এটী আপোনাৰ অধম সন্তান।
কি দিনো তুষিম মই আপোনাৰ মন॥
সক্কৰে পৰাই নিজ ঘৰ বাৰী এড়ি।
ফুৰিলোহো দেশে দেশে নানা কষ্ট কৰি॥
তথাপি নহল পুৰ মনৰ বাসনা।
ইদৰে কতনো আৰু সহিম যাতনা॥
তেৰশ তেৰাও আহাৰ শুকুলা সপ্তমী।
চাৰি ভাই এড়ি মাতৃ হৈলা স্বৰ্গগামী॥
মৃত্যুকালে নেদেখিলো জননীৰ মুখ।
[illegible]হাটে থাকি পালো যুগমীয়া দুখ॥
[illegible]দনাৰ পৰা দুখ পালে বহুমান।
কতনো বৰ্ণাম মই অভাগা সন্তান॥
কেতিয়াবা কোনো জন আহিলে ভকত।
আগ্ৰহেৰে মাতি আনি শুনে বড়গীত॥
হৰি কীৰ্ত্তনত সদা ৰত থাকে হিয়া।
কিনো আছে কিনো দিম মই অভাগীয়া॥
লওক ই পাহি ফুল অধম পুত্ৰৰ।
একান্ত ভক্তিতে দিলো কৰি নমস্কাৰ॥

অন্তিমত মোক যেন নছাড়োক হৰি।
আশীৰ্ব্বাদ দিয়ে যেন এই সে গোহাৰি॥
তেৰশ একত্ৰিশ জেঠ দশম দিনত।
চাৰি ভাই মধ্যে এটী গৈলেক স্বৰ্গত॥
শোকৰ উপৰি শোক দিলা নাৰায়ণে।
বিধিৰ বিধান জানি ক্ষমা দেহ মনে॥

আপোনাৰ এটী অধম সন্তান
পচা।

যুদ্ধে স্থিৰস্থ যামাতা নকুলেন বিবাহিতা
পূজিতং সহদেৱেন।
স্বাকন্যা ৰৰদা ভবেৎ॥



# বড় গীত।

প্ৰাতঃ স্নানেন নৰকং যাতি মাঘী স্নানেন ততোধিকং
বেশ্যা দৰ্শনে পাপ নাশনং স্পৰ্শনে পুণ্যং

## পুৱাৰ গীত।

ৰাগ শ্যাম।

তেজৰে কমলাপতি পৰভাতে নিদ্ৰা।
তেৰি চান্দ মুখ পেখো উঠৰে গোবিন্দ॥
ৰজনী বিহুৰ দিশ ধবলি বৰণ।
তিমিৰ ফাৰিয়া বাজ ৰবিৰ কিৰণ॥
শত পত্ৰ বিকসিত ভোমোৰা উৰাই।
ব্ৰজবধূ দধি মথে তুৱা গুণ গাই॥

দাম ও সুদামে ডাকে তেৰি লৈয়া নাম।
হেব দেখ উঠিয়া আসিল বলৰাম ॥
নন্দ গৈলা বাথানে গোৱাল গৈলা পাল।
সুৰভী চাৰিতে লাগে উঠৰে গোপাল ॥
ক্ষীব লৱণু লৈলা শিঙ্গা বেত বেণু।
সকালে মেলিয়ো গৈয়া হেম্বলায় ধেনু ॥
কহয়ে মাধৱে মাই কিনো তপসাইলি।
ত্রিজগত পতি হৰি বাখোৱাল পাইলি ॥

যাদৱ উঠা ত্রিজগতৰ পতি হে
মাধৱ উঠা ত্রিজগতৰ পতি।

পুহাইল ৰজনী উঠা যাদুমণি
ৰজনী প্রসন্ন ভৈলা।
বনৰ হৰিণ বনত লুকাইলা
পক্ষী দশো দিশে গৈলা ॥

আঙ্গিনাতে বসি বালকে ডাকয়
উঠা প্রভু নাৰায়ণ।
কত নিদ্রা যাস উঠা নাৰায়ণ
যাইবে লাগে বৃন্দাবন ॥

শয্যাৰ পৰা উঠি সকল শিশুগণ
ধেনু লৈয়া গৈলা বনে।
সঙ্গৰ বালক ধেনু লৈয়া গৈলা
কৃষ্ণয় বৈলা শয়নে॥

ৰাগ সেয়ে—দিহা।

পৰভাতে প্ৰসন্ন উদয় ভৈলা ভানু।
দাম ও সুদামে ডাকে উঠা ৰাম কানু॥
পৰভাতে প্ৰণামো গোবিন্দ হৃষিকেশ।
চিদানন্দ মূৰুতি কপট গোপ বেশ॥
প্ৰভাত সময় উঠি নন্দেৰ ঘৰুণী।
কৃষ্ণক লগাইলা মাত উঠা যদুমণি॥
ৰজনী প্ৰভাত ভৈলা ফেছু দিলা জালি।
বিলম্ব নকৰি প্ৰভু উঠা বনমালি॥
উঠাহা জাগিয়া প্ৰভু কৃষ্ণ ও বলাই।
আঙ্গিনাতে বসি ৰঙ্গে বালকে ডাকই॥
আদিত্য উদয় ভৈলা উঠা নাৰায়ণ।
তিমিৰ ফেৰিয়া বাজ ৰবিৰ কিৰণ॥
উঠাহা গোপাল ৰৌদ্ৰে পাইবা বৰি দুখ।
পিঠা আদি খাই ধেনু মেলা চান্দমুখ॥

উঠাহা শয্যাৰ পৰা বান্ধৱ মুৰাৰি।
ধেনু লই বৃন্দাবনে যাহ ৰঙ্গ কৰি॥
নানামতে মাতিলন্ত লগৰীয়াগণে।
তথাপিতো কৃষ্ণ শুই থাকিলা শয়নে॥
পুনৰাই যশোদাই মাতিবাক লৈলা।
দেখিয়োক কতক্ষণে সূৰ্য্যোদয় ভৈলা॥
উঠা চান্দ বয়ন হৰি পদ্ম নয়ন।
যশোদায় ডাকিলন্ত কৰি ঘনে ঘন॥
ভণিল শঙ্কৰে মনে কৃষ্ণক সুমৰি।
সকল সমাজে বোলা জয় কৃষ্ণ হৰি॥

---

ৰাগ সেয়ে—দিহা।

কতনো ডাকস মাও উঠা উঠা বুলি।
নথাকো তোমাৰ ঘৰে আৰে যাম চলি॥
নখাও তোমাৰ দধি ভাত নাছাৰিবো ধেনু।
বাটে বাটে বাই ফুৰিম সুললিত বেণু॥
যমুনাক পাৰ হুইয়া মথুৰাক যাইবো।
তুখুনী মায়ৰ ঘৰে ভিক্ষা মাগি খাইবো॥

দধি ভাত খাইও যাদু দধি ভাত খাইও ।
ৰজনী প্ৰভাত ভৈলা ধেনু লৈয়া যাইও ॥
নাখাও তোমাৰ দধি ভাত নাছাৰিবো ধেনু ।
আচাৰি পেলাইলা যাদু শিঙ্গা বেত বেণু ॥
ধেনু লই নযাহ যাদু কোন বৰুৱাৰ পো ।
ভাৰতে আছে ক্ষীৰ লাৰু চক্ষুৰ মোচাহ লো ॥
কান্দিতে যাই যাদু কান্দিতে যাই ।
লৱণু খাবাৰ বাবে মাৰিয়াছে আই ॥
ফেলৰে ফেলৰে মাই ফেল হাতৰ বাৰি ।
কংশ মোমাৰ ধেনু ছাৰি সুজিম চাকৰ কৰি ॥
লৈ যা তোৰ নেতৰ কানি কাজ নাই তাত ।
কংশ মোমাৰ ধেনু ছাৰি তাতে খাম ভাত ॥
সিকিয়াতে চান্দি বান্ধি লৈলা দধি ভাত ।
মাথাত চান্দৰি জৰি চলে জগন্নাথ ॥
হাতত সোনাৰ লৰু গোপালে লইয়া ।
আগত বাচৰু খেদে কান্দিয়া কান্দিয়া ॥
এড়াইবে নোৱাৰে যিবা লেখে বিধাতাই ।
দেখা কৃষ্ণে বৎস ছাৰি দধি অন্ন খাই ॥
কৃষ্ণৰ দাসৰ দাস ভণিলা শঙ্কৰ ।
প্ৰভাতৰ গোষ্ঠ গোৱা কৰি উচ্চ ৰব ॥

শিঙ্গা ডাক দিলা নন্দেৰ নন্দন
বংশী ডাক দিলা ৰই।
সমস্ত শিশুৰে গৃহৰ বাজ ভৈলা
গাৰে গাৰে ধেনু লই ॥
আজি কোন পন্থে যাইবা নাৰায়ণ
কোন পন্থে চাৰিবা ধেনু।
পন্থৰ ভাল মন্দ একোৱে নজানো
আগে চলা ৰাম কানু ॥
যমুনাৰ বালি পায়া বনমালি
মেলিলন্ত ধেনু গাই।
সাৱলী ধাৱলী কপিলি কাজলী
দুৰক নযাইবা আই ॥
যমুনাৰ বালি পাইয়া বনমালি
মেলিলন্ত দধি ভাত।
কেহো লৈলা হাতে কেহো লৈলা পাতে
কেহো লৈলা গামছাত ॥
কুকলি আকাৰে বালিত বসিয়া
মধ্য কৰি নন্দ সুত।
দাম ও সুদামে অন্ন বাতি দেই
দেখা কেনে অদভুত ॥

মধ্যত বসিয়া প্ৰভু নাৰায়ণ
গাৰে গাৰে বাতি দিলা।
ৰঙ্গে শিশুগণ ভুঞ্জিলন্ত অন্ন
কেনে গোবিন্দৰ লীলা॥
কুকুলি আকাৰে বালিত বসিয়া
অন্ন ভুঞ্জিবাক লৈলা।
সেহি সময়ত গোৰক্ষ দামুৰী
ব্ৰহ্মা চুৰি কৰি থৈলা॥
দাদাৰে বলাই ভাইৰে বলাই
গৰু গেল কোন বনে।
ব্ৰহ্মাদেৱে আসি কৰিলেক চুৰি
আমাক মোহিবে মনে॥
বৃন্দাবনে বনে ফুৰে নাৰায়ণে
মাথাতে মৈৰাৰ পাখি।
মকৰ কুণ্ডল কৰে জলমল
মুখে মনোহৰ হাসি॥
গোবৰ্দ্ধনে উঠি কৰিলা বিচাৰ
নপাইলা ধেনুৰ্দ্দেশ।
তাহাৰ চৌভিতি প্ৰবন্ধে বিচাৰি
নপাইলা হৃষিকেশ॥

নব নব পাল        স্রজিলা গোপাল
ব্ৰহ্মাক মোহিবে মনে।
যত শিশুগণ        বৎস আদি কৰি
ভৈলন্ত কৃষ্ণে আপুনে॥
কৃষ্ণক মোহিবে        আসি ব্ৰহ্মাদেৱ
আপুনি মোহিত ভৈলা।
হংস যান এড়ি        চৰণত পৰি
তুতি কৰিবাক লৈলা॥
তোমাৰ মহিমা        নজানিয়া মই
চুৰি কৰি নিলো পাল।
শিঙ্গা বেত বেণু        গোৰক্ষ দামুৰী
আপুনি ভৈলা গোপাল॥
হে কৃষ্ণ প্ৰভু        নজানিয়া মই
কৰিবাক চাইলো চল।
কেনমতে প্ৰভু        তোমাক চলিবো
মই অতি হীনবল॥
যতকাল আমি        থাকিবো জীয়াই
তোমাকেসে আৰাধিবো।
সেৱকক প্ৰভু        ৰাখিয়ো ইবাৰ
তোমাৰ পদ সেৱিবো॥

কৃষ্ণৰ আগত পৰি ব্ৰহ্মাদেব
ভৈলা যেন লোট সোট।
ভূমিত পৰিয়া বাগৰিবে লৈলা
সুবৰ্ণৰ তুস্ত গোট॥
ভণিলা শঙ্কৰে কৃষ্ণপদ স্মৰি
ব্ৰহ্মাৰ তুতি বচন।
কৰুণা সাগৰ চিন্তিয়ো কৃষ্ণক
সমাজিক যত জন॥

---

দিহা।

সখিহে কি মেৰি দূৰ কোপাল
প্ৰাণেৰ সখিহে কি মেৰি অভাগ্য কোপাল হে
প্ৰাণেৰ সখি সঙ্গে যাইতে নপাৰিলো
মই ৰলো ৰান্ধানশালে॥
[illegible]া খড়ি মুঠি আখাৰতে দিয়া
ধোৱাই খাবাৰ চলে কান্দো।
শুনিয়া বংশীৰ গীত তনু ভৈলা জৰ্জ্জৰিত
কেন মতে অন্ন মুঠি ৰান্ধো॥
আখাব কিনাৰে বহি মাথা ঘুৰি পৰো মই
মজিয়াক আহো আৰু যাওঁ।

শুনিয়া বংশীৰ ৰাও চট ফট কৰে ৰাও
ওলাইবাৰ সন্ধি নাপাওঁ ॥
পানী আনিবাৰ চলে কাখত কলসী লৈলো
গৃহৰ ওলালো ছেগ ছাই ।
হেৰা যাই যাই বুলি বুড়ী সাহু গেৰিয়াই
গোৱালে আনিলে পণ্ঠে পাই ॥
আফাল খাইবাৰ চলে কলসী ভাঙ্গিয়া থৈলো
কোকাল ভাঙ্গিবাৰ চলে শুলো ।
শুনিয়া বংশীৰ গীত তনু ভৈলা জৰ্জ্জৰিত
হামু নাৰী তৈতে নিদ্ৰা গৈলো ॥
ৰান্ধি বাঢ়ি গোৱালেই হামাক মাতিবে লৈলা
গৃহৰ আনিলা আস্কোৱালী ।
হামাৰ হুকচে ভাত গোৱালৰ মাথে হাত
কহেতো শঙ্কৰে ৰাস কেলি ॥

---

দিহা ।

প্ৰাণ গোপাল তোমাৰ বিনোদ হৰি
জানিবো কেমনে ।
বৈকুণ্ঠ তেজিয়া কেলি কৰা বৃন্দাবনে ॥

সদায় বসিন যাৰ নিত্যানন্দ সুখে।
হেন হৰি বৃন্দাবনে ফুৰা কেনে দুখে॥
ব্ৰহ্মা হৰে চিন্তে যাৰ চৰণৰ ৰেণু।
ইতো দুঃখে বৃন্দাবনে চাৰি ফুৰা ধেনু॥
তপ জপ যাগ যজ্ঞ সবে পৰিহৰা।
শিশুৰ সঙ্গত তুমি কেনে ক্ৰীড়া কৰা॥
অনন্ত মহিমা যাৰ জগতৰ পতি।
বৈকুণ্ঠ তেজিয়া কৰা শিশুৰ সঙ্গতি॥
কৃপাৰ ঠাকুৰ কৃপা কৰা হৃষিকেশ।
মাধৱে মাগয়ে তুয়া পদ কৃপালেশ॥

---

ৰাগ কেদাৰ।

হিয়াৰ মাজে আছে বুলি কয় নাছে বুলি কয়
কৃষ্ণৰ হৃদয়তে।
তত্বক নজানি নৰে চিন্তে বাহিৰতে॥
বাঘ পৰুৱাই চিন্তে পোকা তাৰ পাৰে ৰূপ।
গুৰুত ভজিলো হোৱে এহুয়া স্বৰূপ॥
অচিন পুৰুষ গোটা আছয় পঙ্খতে।
নিজ বাতৰি পায়া আছে দেহাৰ লগতে॥

হৃদিৰ মাজে সন্ত আছে নিচিনিলা কেৰে ।
হিয়াৰ মাজে চিলান্ন কৰে ঈশ্বৰ মহাদেৱে ॥
ইতং বৈকুণ্ঠ ভেদি আহে জগন্নাথ ।
ত্ৰিদশ কোটী দেৱগণে চপৰাইলা মাথ ॥
ইতং বৈকুণ্ঠ ভেদি কহে নাৰায়ণে ।
শঙ্কৰৰ পাৱে ধৰি মাধৱ দেৱে ভণে ॥

মহেশ জায়া ঘোৰা দেৱী বাপৰ ভৱনে
নমো দুৰ্গা তোমাৰ চৰণে ।
নমি হৰ ত্ৰিপুৰাৰী সিংহৰ বাহনে চড়ি
চলিলন্ত হৰষিত মনে ॥
অস্ত্ৰ ধৰি দশ হাতে আইলা দেৱী এ মহীতে
নৰলোকে পূজা লভিবাৰ ।
ষষ্ঠীতে আহিলা দেৱী তিন দিন পূজা লভি
দশমীতে হইলা অন্তৰ ॥
লক্ষ্মী সৰস্বতী সঙ্গে লৈয়া পূজা নানাৰঙ্গে
বৰ দিয়া চলিলা ত্বৰিত ।
দ্বিজ উমানাথে ভণে সেৱী চণ্ডীকাৰ চৰণে
ভজা দুৰ্গা হৈয়া এক চিত্ত ॥

দিহা।

সখি সব আজি দেখো মই বৰ বিপৰীত
গোপী সব কিবা কথা মিলিলা তহিত।
আমাৰ কৃষ্ণ ধেনু লই অকলে বনক গই
কিবা কথা মিলিলা তহিত॥

মুখে দধি লবে ফুল চিত্ত কবে বিয়াকুল
কাকে পড়ি মুখে বটে ছাই।
কোনোবা ৰাক্ষসে পাই জানো কৃষ্ণক বেঢ়ি খাই
আউৰ কৃষ্ণ নাসিবো তুনাই॥

যশোদাৰ আকুল মন যাইতে খোজে বৃন্দাবন
কৃষ্ণৰ খোজক নিহলি নিহলি।
কৃষ্ণই আছে জলৰ মাজে মেঢ়াই আছে সৰ্প বাজে
দেখে গৈয়া যশোদা গোৱালী॥

পুত্ৰ শোকে গেৰিয়াই জলে জাম্প দিতে যাই
মুষ্টি ধৰি ঢাকুৰন্ত হিয়া।
মাৱৰ ক্ৰন্দন দেখি লাম্ফ দিয়া যদুমণি
কালী সৰ্পৰ বন্ধন এড়ায়া॥



২

হৃদিৰ মাজে সন্ত আছে নিচিনিলা কেৰে।
হিয়াৰ মাজে চিলান্ন কৰে ঈশ্বৰ মহাদেৱে॥
ইতং বৈকুণ্ঠ ভেদি আছে জগন্নাথ।
ত্রিদশ কোটী দেৱগণে চপৰাইলা মাথ॥
ইতং বৈকুণ্ঠ ভেদি কহে নাৰায়ণে।
শঙ্কৰৰ পাৱে ধৰি মাধৱ দেৱে ভণে॥

মহেশ জায়া যোৱা দেবী বাপৰ ভৱনে
নমো দুৰ্গা তোমাৰ চৰণে।
নমি হৰ ত্রিপুৰাৰী সিংহৰ বাহনে চড়ি
চলিলন্ত হৰষিত মনে॥
অস্ত্র ধৰি দশ হাতে আইলা দেবী এ মহীতে
নৰলোকে পূজা লভিবাৰ।
ষষ্ঠীতে আহিলা দেবী তিন দিন পূজা লভি
দশমীতে হইলা অন্তৰ॥
লক্ষ্মী সৰস্বতী সঙ্গে লৈয়া পূজা নানাৰঙ্গে
বৰ দিয়া চলিলা ত্বৰিত।
দ্বিজ উমানাথে ভণে সেবী চণ্ডীকাৰ চৰণে
ভজা দুৰ্গা হৈয়া এক চিত্ত॥

---

দিহা।

সখি সব আজি দেখো মই বব বিপবীত
গোপী সব কিবা কথা মিলিলা তহিত।
আমাব কৃষ্ণ ধেনু লই অকলে বনক গই
কিবা কথা মিলিলা তহিত ॥

মথে দধি লবে ফুল চিত্ত কবে বিয়াকুল
কাকে পড়ি মুখে বটে ছাই।
কোনোবা বাক্ষসে পাই জানো কৃষ্ণক বেঢ়ি খাই
আউব কৃষ্ণ নাসিলো ঘুনাই ॥

যশোদাব আকুল মন যাইতে খোজে বৃন্দাবন
কৃষ্ণব খোজক নিহলি নিহলি।
কৃষ্ণই আছে জলব মাজে মেঢ়াই আছে সর্প বাজে
দেখে গৈয়া যশোদা গোৱালী ॥

পুত্র শোকে গেবিয়াই জলে জাম্প দিতে যাই
মুষ্টি ধবি ঢাকুবন্ত হিয়া।
মাৱব ক্রন্দন দেখি লাম্ফ দিয়া যদুমণি
কালী সর্পব বন্ধন এড়ায়া ॥

কালীৰ শিৰে দিয়া ভৰি    নাচে হৰি বঙ্গ কৰি
দেৱগণে মৃদঙ্গ বজাই ।
দুষ্ট কালীক দমি বায়    সি ঠানত নেদে ঠাই
এ দীন মাধৱে গুণ গাই ॥

---

সৰোবৰ মাজে    গজেন্দ্ৰ পড়িছে
গ্ৰাহে আছে তাক ধৰি ।
ভকত বৎসল    কৰা পৰিত্ৰাণ
হেৰা গ্ৰাহে নেই ধৰি ॥

ইটো সৰোবৰে    হস্তিনী সকলে
ফুৰে জল ক্ৰীড়া কৰি ।
কালগ্ৰাহে ধৰি    কামোৰ মাৰিয়া
তলক লৈ যাই ধৰি ॥

সকল হস্তিনী    গজেন্দ্ৰক বেড়িয়া
কাখেৰিতে দিলা বল ।
একোৱে প্ৰবন্ধে    লড়িব নোৱাৰি
পলাইলা হস্তী সকল ॥

নাহিকে সহায় নেদেখো উপায়
কৃষ্ণক এক মনে ধ্যাইলা।
হৰিৰ চৰণ কৰিও ৰক্ষণ
গজেন্দ্ৰ শৰণ লৈলা॥

ভগতৰ দুঃখ দেখি ভগৱন্ত
চড়িয়া গৰুড় স্কন্ধে।
হাতে চক্ৰ ধৰি দেৱ শ্ৰীহৰি
ৰাখিলা অনেক প্ৰৱন্ধে॥

হাতে চক্ৰ ধৰি দেৱ শ্ৰীহৰি
গ্ৰাহৰ চিড়িলা মুখ।
চতুৰ্ভুজৰূপে বৈকুণ্ঠে চড়িলা
খণ্ডিলা সমস্ত দুখ॥

চিৰি শঙ্কৰ দেৱে ই গীত কৰিছে
মহা ভাগৱত কথা।
সমজ্যাৰ লোকে হৰি হৰি বোলা
জনম নকৰা বৃথা॥

---

কান্দে গোপী সব মনত বৈৰাগে।
ইতো বন বিচাৰি গোবিন্দক মাগে॥

ইতো বৃন্দাবনে লাগোক অগনি।
পুড়ি যাক বৃন্দাবন মৰোক গোপিনী ॥
পুড়ি গল বৃন্দাবন উড়ি গল ছাই।
সকল গোপিনী কান্দে কৃষ্ণক নপাই ॥
একো গোপী বোলে মই নাযাওঁ ঘৰে।
আমাক এড়িয়া গৈলা যমুনাৰ তীৰে ॥
আমাক এড়িয়া গৈলা এই অন্ধ ৰাতি।
নিৰ্দ্দয় নিষ্ঠুৰ তোমোৰা জাতি ॥
খোজ সব পড়ি আছে কৃষ্ণৰ ভৰিৰ।
তাক দেখি গোপী সবৰ দগধে শৰীৰ ॥
কহয়ে মাধৱে নাকান্দা গোপী।
মন থিৰ কৰা গোবিন্দক জপি ॥

---

মোৰ ঘৰে কেনে আইলা বোলেৰে গোৱালী।
বলাইৰ কনিষ্ঠ মই নাম বনমালী ॥
গোপী বোলে এথা তুমি আইলা কি কাৰণ।
মোৰ ঘৰ বুলি আইলো বোলে নাৰায়ণ ॥
হৰি বোলে বস্ত্ৰ মই বিচাৰি নপাইলো।
তাকে পুছিবাৰে মই চাণ্ডাল জগাইলো ॥

গোপী বোলে হৰি তই টেণ্টন কানাই।
তোহোৰ মুখত দেখো লৱনু গোন্ধাই॥
হৰি বোলে গোপী মোৰ দোষ পাইলি বাচি।
পিপিৰা খেদিতে লাগি হাত দিয়া আছি॥
গোপী বোলে হৰি তই কিনো নিদাৰুণ।
তোহোৰ মুখত দেখো লৱনুৰ চিন॥
কানু বোলে শুন অৱে গোপী নিদাৰুণী।
তোহোৰ মুখত গন্ধ তই সে চুৰুণী॥
এ বোল শুনিয়া গোপী নপাইলা উত্তৰ।
মিছা মাতি গোপীক ভাণ্ডিলা দামোদৰ॥
কহয় মাধৱে মাও এহি তত্ব সাৰ।
মিছা মাতিবাৰ প্ৰভু কোন ব্যৱহাৰ॥

---

পাগল মন সহায় নাই আপোনাৰ।
ভাৰ্য্যা পুত্ৰ ধন জন আপোন বুলিয়া পোষে
অন্তকালে ভাই কাৰো কেৱে নাই চিত্ততে ভাবিয়া চাওঁ।
শিশুকাল গৈলা হাসিতে খেলিতে
যুবাকাল গৈলা হেলে।
আবে বৃদ্ধ ভৈলো হৰি নভজিলো
পড়ি ৰৈলো মায়াজালে॥

কহেতো মাধৱে ভাই ই তিনিৰ গতি নাই
যাৰ ধন সেই লৈয়া যাই।
পুষ্পক চুম্বিয়া ভোমোৰা উৰাইলা
মিছাতে কান্দে বাপা ভাই ॥

সখি হে ৰাই কিবা কথা সোধা।
কিবা বাত্রা পোছা বিপন্নে পড়িয়া ৰৈলো ॥
ৰাধাক লাগিয়া কৃষ্ণে ফুল পাড়িবে গৈলা
হাততে হাকুটী ধৰি।
কোলাতে বহাই ফুলে সজাইলা
অনেক যতন কৰি ॥

কোৰাওঁতে ৰাধাৰ কন্টকে বিন্ধিলা
সুকোমল দুই ভৰি।
খোজ কাঢ়িব নৰি বুলিবে লাগিলা
বোকা লোৱা শ্ৰীহৰি ॥

কৃষ্ণে উঠিয়া বোলে উঠিয়োক ৰাধা
মোৰ কান্ধে তুলি ভৰি।
কাহি ভিৰি তেওঁ উঠিব খোজন্তে
অন্তৰ্ধ্যান ভৈলা হৰি ॥

নেদেখি কৃষ্ণক আকুল হৈয়া ৰাধা
মূৰ্চ্ছিতা হইলা তথা।
কহয়ে মাধৱে শুনা মোৰ বান্ধৱে
ৰাধা বিৰহৰ কথা ॥

---

ৰাগ সুহাই।

নামে পৰম ধন চিন্তহ ভাই।
তনু চিন্তামণি বিফলে যাই ॥
জুটহু ঐ সোনা জনম গোঞাই।
বিষয় কাঞ্চনী মূল মাণিকে বিকাই ॥
বিষয়ৰ সুখ সুকৰে সঙ্গে পাই।
হৰিপদ সেৱা সুখ মানৱী বিনে নাই ॥
ওহি পৰম তত্ত্ব বেদকো বাণী।
কহে মূৰুখ মতি মাধৱে গাই ॥

---

মন হায়ৰে হায় দুৰ্ল্লভ নৰতনু দেহা বিফলে যায়।
কীট পতঙ্গ হুয়া সংসাৰে ভ্ৰমিলো।
দুৰ্ল্লভ মানৱী পায়া হৰি নভজিলো ॥
যেন বিষ্ঠা পৰুৱা আপোন সুতে বন্দী।
বান্ধিছে কৰ্ম্মৰ ডোলে এড়াইতে নপাও সন্ধি ॥

কহয়ে মাধৱে দুঃখৰ নাই ওৰ।
চৰণে শৰণ লৈলো নিস্তাৰিয়ো মোৰ॥

---

মোৰে প্ৰাণ জীৱন যাদৱ ৰাই।
দশ মাসে মই ভাৰকে বহিলো
লোহা টানি পালো দুঃখ।
উপজিয়া কৃষ্ণ নন্দ ঘৰে গৈলা
নেদেখিলো চান্দ মুখ॥
আকে তিৰি জাতি আৰু দোভাগ ৰাতি
কোলাত কাঞ্চ চাৱাল।
গকুল চাকিয়া যমুনা বয়েহে
কোন ঘাটে হৈবো মই পাৰ॥
বসুদেৱৰ বোলে চলি নাৰায়ণ
বিস্তৰ বুলিলা বাণী।
ভয় নকৰিবা পিতা বসুদেৱ
হৈবো আঠু সমান পানী॥
চান্দ মুখকে বালাই লৈয়া যাই
সঘনে নাহিকে হাসি।
পূৰ্ণব্ৰহ্ম আসি বেকত ভৈলাহে
গকুলে ৰৈলা প্ৰকাশি॥

কহয় মাধৱে এ প্ৰাণেৰ বান্ধৱে
ইবাৰ নেৰিবা হৰি।
ৰঙ্গা চৰণত শৰণ পশিলো
নিয়োক নাথ উদ্ধাৰি ॥

---

ৰাগ সুহাই।

নন্দেত খুজিলা হৰি কমলা ফুল।
কমলা নাপালি আজি ছাড়িবো গকুল ॥
বুলাই লুটুৰ পুটুৰ হৰি বাপু যদুমণি।
সত্যে সত্যে কহিছো কমলা দিবো আনি ॥
এক ভাৰ লাগে যদি শতেক ভাৰ দিবো।
হাবিলাস কৰা যদি নঙলাতে কৰো ॥
গাছে নাই কমলা বিৰিখে নাই ফুল।
[illegible]কো একো কমলা যে মাণিকৰ মূল ॥
[illegible]ছে নাই কমলা বিৰিখে নাই পাত।
ৰসেৰ কমলা নাপাই কৃষ্ণই নাখাই ভাত ॥
আছোলতে কড়ি বান্ধি ফুৰন্ত যশোৱা।
কোন খান দোকানে আছে উত্তম কমলা ॥
আনে কিনে কমলা পহৰী দিয়া আছে।
আমি কিনো কমলা ঢাকন দিয়া আছে ॥

কালিকা জলত সিটো সর্পে আছে বেড়ি।
আছোক মনুষ্য দেৱ পক্ষী নাৱে উড়ি॥
চকলা চকলি পাত পানীত বাঢ়ে লতা।
সিয়ো লতা গুচাই চালে গোৱালিনী বাধা॥
কহেতো মাধৱ দাসে এহি তত্ত্ব সাৰ।
জনমে জনমে হৌক ভক্তি বাৰম্বাৰ॥

---

বাগ বৰাবি।

গোপাল গোৱালী পাৰাত নাচে মোৰ দয়াল
গোৱালী পাৰাত নাচে।
দধি বিকি আসি শুনিলা গোৱালী
হৰি নাচিবাৰ কথা হে গোপাল
কৃষ্ণয় নাচিবাৰ কথা।
পহাৰ পেলাই লৰবন্তে যাই
কৃষ্ণক বেঢ়িলা তথা॥
সবে গোপী মিলি দেই হাত তালি
বলাই ভাল কৰি নাচাহে গোপাল
কৃষ্ণয় ভাল কৰি নাচা।
হাতে টাৰ থাক দিবো চিনি লাক
বাপুৰ মন পুড়ি বাঞ্চা॥

গোপীৰ বচনে নৰ লোভ পাই
নাচিলা নানান ভাৱে।
কহয় মাধৱে আন গতি নাই
ভজা গোবিন্দৰ পাৱে॥

---

ভাল কলিয়া কানু খেলানা খেলায় এ।
খেলাৰ মধুৰী হৰি ভুবন ভুলাইবে
লয় লাসে ৰঙ্গে দুই চৰণ চলায়॥
সমান গোপৰ মুখ চায়া চায়া হাসে।
লেণ্টেৰ আচোল খিনি হালয়ে বতাসে॥
মৈৰাৰ পাখী জলমল কৰে মাথেৰে।
অভিৰ বালকে বেঢ়ি চাপৰি বজাৱে।
পাক ঘূৰি ঘূৰি নাচন্ত যদুৰাই॥
বঙ্কিম নয়নে চাই অময়া বৰিষে।
[illegible]ৰ মন ৰূপ এৰূপ হৰিষে॥

---

ৰাগ বৰাৰি।

যশোদায় ডাকয় মোৰ বাপু কৃষ্ণয় এ
কোন দোষে গৈলা হামাক এড়ি এ।

কাহাকে খুরাইবো　　　কাহাকে খুরাইবো
কাহাকে শুরাইবো খাটে।
গধূলি বেলিয়া　　　পহুলি ওলাই
কাহাকে নিরখিম বাটে॥
চালতে সুখাইলো　　　ঐ রঙ্গ মালতী
ভাড়াতে সুখাইলো দৈ।
দিনব দিন মান　　　কৃষ্ণক ভাবিলো
ভাড়াতে নয়নু থই॥
যশোদারে মন　　　পোড়ে ঘনে ঘন
কান্দে বৃন্দাবন চায়।
কৃষ্ণ পদ ধূলি　　　শিরে লৈয়া তুলি
মূকুখ মাধরে গাই॥

---

কমল নয়ন যাত্থ হে
যাত্থ মোরে যাত্থ মোরে যাত্থ মোরে হায়।
ছুখুনী মাওর চিত্ত কি দিয়া জুড়ায়॥
কদম গাছে উঠে কৃষ্ণ কদম ফুল তোলে।
তৈব পরা জাম্প দিয়া পড়িল কালি জলে॥
কালি জলে পড়ি কৃষ্ণয় করে লোটালোটী।
জাম্প দিয়া বলভদ্রে ধরিলা সারটী॥

বিষৰ আলে বিষৰ জালে নদী বহি যায়।
গৰু গোপ মৰি আছে তাহাত পানী খায়॥
উপৰে নুড়য় পখী গৰলৰ জালে।
তোমাৰ পুত্ৰ যদুমণি পড়িছে কালি জলে॥
কালিৰ শিৰে জাম্প দিয়া নাচে যদুমণি।
নাৰী সবে কৰি আছে ক্ৰন্দনৰ ধ্বনি॥
নাগ পত্নী তুতি কৰে কৃষ্ণ মোৰে প্ৰাণ।
আঞ্চোল পাতিয়া মাগো দিয়া স্বামী দান॥
নাৰীৰ তুমিত তুষ্ট ভগৱন্ত হৈলা।
ৰমন দ্বীপক লাগি কালিক পঠাইলা॥
কহয় মাধৱ দাসে দীন হীন মতি।
জনমে জনমে হৌক কানাইতে ভকতি॥

---

মায়াহে গোপাল কি মতে তেজিবো মায়া।
[illegible] সব গৃহবাস ধনক আশে।
মিছাত বজি মৰো এ মায়াৰ পাশে॥
দেখাত দেখি পাপ কৰিছো নিতে।
হৰি হেন ভকতিত নেদিলো চিতে॥
গলত ধৰিয়া বাঘিনী গিলে।
নাজানো পাচকালে কি গতি মিলে॥



৩

কাহাকে খুৱাইবো　　কাহাকে খুৱাইবো
কাহাকে শুৱাইবো খাটে।
পহুলি বেলিয়া　　পহুলি ওলাই
কাহাকে নিবখিম বাটে॥
চালতে সুখাইলো　　ঐ বঙ্গ মালতী
ভাড়াতে সুখাইলো দৈ।
দিনব দিন মান　　কৃষ্ণক ভাবিলো
ভাড়াতে লয়নু থই॥
যশোদাবে মন　　পোড়ে ঘনে ঘন
কান্দে বৃন্দাবন চায়।
কৃষ্ণ পদ ধূলি　　শিবে লৈয়া তুলি
মুকুখ মাধৱে গাই॥

---

কমল নয়ন যাহু হে
যাহু মোবে যাহু মোবে যাহু মোবে হায়।
দুখুনী মাওব চিত্ত কি দিয়া জুড়ায়॥
কদম গাছে উঠে কৃষ্ণ কদম ফুল তোলে।
তৈব পবা জাম্প দিয়া পড়িল কালি জলে॥
কালি জলে পড়ি কৃষ্ণয় কবে লোটালোটী।
জাম্প দিয়া বলভদ্রে ধবিলা সাবটী॥

বিষৰ আলে বিষৰ জালে নদী বহি যায়।
গৰু গোপ মৰি আছে তাহাত পানী খায়॥
উপৰে নুড়য় পখী গৰলৰ জালে।
তোমাৰ পুত্র যদুমণি পড়িছে কালি জলে॥
কালিৰ শিৰে জাম্প দিয়া নাচে যদুমণি।
নাৰী সবে কৰি আছে ক্রন্দনৰ ধ্বনি॥
নাগ পত্নী তুতি কৰে কৃষ্ণ মোৰে প্রাণ।
আঞ্চোল পাতিয়া মাগো দিয়া স্বামী দান॥
নাৰীৰ তুমিত তুষ্ট ভগৱন্ত হৈলা।
ৰমন দ্বীপক লাগি কালিক পঠাইলা॥
কহয় মাধৱ দাসে দীন হীন মতি।
জনমে জনমে হৌক কানাইতে ভকতি॥

---

মাধাহে গোপাল কি মতে তেজিবো মায়া।
[illegible] সব গৃহবাস ধনক আশে।
মিছাত বজি মৰো এ মায়াৰ পাশে॥
দেখাত দেখি পাপ কৰিছো নিতে।
হৰি হেন ভকতিত নেদিলো চিতে॥
গলত ধৰিয়া বাঘিনী গিলে।
নাজানো পাচকালে কি গতি মিলে॥



৩

এই মায়া তেজিবাৰ কাহাৰ শকতি।
কহেতো মাধৱে সন্তত ভকতি ॥

---

সখিহে কি মেৰি পাপৰ কোপাল।
মোৰ সখিহে নেদেখিলো প্ৰাণেৰ গোপাল ॥

শৰত কালৰ নিশি কৃষ্ণ সঙ্গে বনে পশি
নানা সুখে বঞ্চিলো ৰজনী।
কৃষ্ণৰ সঙ্গক পাই যেন স্বৰ্গ সুখোদয়
মোৰ প্ৰাণে হেন অনুমানি ॥

প্ৰভাত হইলা যেবে হৰি এড়ি গৈলা তেবে
কোনখানে গৈলেক নাজানি।
হেন হৰি বিনে সখি প্ৰাণ মাত্ৰ আছো ৰাখি
নাজানো মই দেখিম কাহানি ॥

কৃষ্ণৰ নেদেখি মুখ বঞ্চিত হইলো সুখ
কিনো বিধি লেখিলা কপালে।
দিয়া সখি অনুমতি অগ্নিত কৰোহো গতি
ইটো দেহা নেৰাখো বিফলে ॥

সখি সবে বোলে বাণী  শুনা ৰাধা বিনোদিনী
হৃদয়ে চিন্তিয়া কৰা ধ্যান।
প্ৰসন্ন চন্দ্ৰে দাসে ভণে  কৃষ্ণৰ চৰণ বিনে
ৰাধিকাৰ নৰহে জীৱন ॥

---

সোনাৰে পুতাই মোৰে কৈক গৈলা এড়ি।
তোহোৰ শোকতে মই কিয় নেযাও মৰি ॥
গৰু ছাড়ি ফুৰা কৃষ্ণ বনে বনে ঘূৰি।
কালি হ্ৰদে পড়ি বাচা তই গৈলি মৰি ॥
বলভদ্ৰে বোলে আই নকৰিবা শোক।
কালিক দমিয়া তযু পুত্ৰ আহিবোক ॥
কালি শিৰে পড়ি কৃষ্ণ নাচে ৰঙ্গ মনে।
নাগ পত্নী তুতি কৰে কৃষ্ণৰ চৰণে ॥
নাৰীৰ তুতিত তুষ্ট হৈয়া দয়াময়।
ৰমন দ্বীপক লাগি কালিক পঠায় ॥
প্ৰসন্ন চন্দ্ৰই ভণে কৃষ্ণক ভাবিয়া।
কালিক পঠাইলা হৰি দিয়া পদছায়া ॥

---

ভাবনা নাই বে

সুন্দব শবীব দেহা কোন দিনা যায়হে ॥
আজি ভজো কালি ভজো আলোচতে যাই।
কোনবা দিনা দেহা পবে ঠান থিতি নাই ॥
সুকাঠি কাঠবে নৌকা বানাইলা কোনে।
তল গৈলে নব নৌকা উঠে তিনি দিনে ॥
আগে নাই গুবি নাই মধ্যে নাই চবি।
গুবিত কাণ্ডাবী নাই নৌকা ফুবে ঘূবি ॥
সুবর্ণবে কাঠি কামি মাণিকবে ৰুরা।
তাতে বহি ভোজন কবে সগুণ বপুবা ॥
কাউবী কাণ্ডাবী হল শৃগাল মহাদানী।
শৃগালে দোকান দেই মাংস নেই টানি ॥
পকুৱা পিপবাবোবে খাণ্ডি তোলে মাটী।
জোবাই জোবাই খহি পবে শবীবব গাঠি ॥
ধন জন নকবা আশা এতে বেবো পড়ি।
ভার্য্যা পুত্র নকবা আশা লগে নেযাই মবি ॥
মিছা ঘব মিছা বাবী মিছা লেনা দেনা।
মিছা কামে বন্দী হলো হবাল চেতনা ॥
ভবনদী পাব হই জীরে আছে চাই।
দেখা দেখা বন্ধু সব ভেলব বিলাই ॥

কহয় মাধৱ দাসে দীনহীন মতি।
জনমে জনমে হৌক হৰিত ভকতি॥

---

যাদৱ নাযায়ো নাযায়ো তুমি গোৱালীৰ পাৰা।
কতনো সহিবো হামু তোমাৰ ঝগড়া॥
কেহো বোলে চুৰি কৰি খাইলে নৱনী।
সব দধি দুগ্ধ খাইলে বোলে কেহো জনী॥
কেহো বোলে ভাঙ্গিলে জোখাৰ মোৰ ভাণ্ড।
এমন বয়সে তুমি এত মান চণ্ড॥
মোহোৰ ঘৰৰ দুধে মন দেও যদি।
প্ৰতি দিনে দিনে বহাইবে পাৰো নদী॥
তথাপি নোজোৰে হৰি খাইবাৰ তোৰে।
চুৰি কৰিবাৰে যোৱা পৰৰ ঘৰে ঘৰে॥
নানান সুৰস কৰি নানান বাখৰে।
যতন কৰিয়া সাজো খাইবাৰ তোমাৰে॥
যত পাৰা মানে খায়ো পেট ভৰি ভৰি।
দুখীৰ চাৱাল যেন ফুৰ চুৰি কৰি॥
আৰ যদি যাহ তুমি গোৱালৰ বাৰী।
এমনে মাৰিবো যেন গাৱে ৰহে খাৰি॥

কহয়ে মাধৱে হৰি গালি পাবা কাৰে।
ওহিতো নিয়ন্তা হৰি আতমা সবাৰে॥

---

আল মাই গালি তুমি নাপাৰিয়ো কাৰে।
যত অপমান মোৰে দিয়া আছ বাৰে বাৰে
ভালে আমি সৈয়া আছো তাৰে॥

কোন ছাড় পুৰাতন সে কড়া দুইৰ ধন
কলসী ভাঙ্গিলো দেখি ৰাগে।
হৈবাৰ নবৈলা মোৰ যেন ভৈলা খাণ্টা চোৰ
বান্ধিলা গৰুৰ লৈয়া পাঘে॥

ওহি অপৰাধ খানি নসৈলা নন্দৰ ৰাণী
আৰৰ সহিবা তুমি কি।
তোমাৰ ভাবক দেখি জগতে জানিলা তুমি
যেন বৰ মানুষৰ জী॥

তপ জপ যজ্ঞ যত নাহি দান পুণ্য ব্ৰত
আছিলা জনম আঠ কুৰি।
আমি পুত্ৰ হুয়া আসি সে দোষ কৰিলো দূৰ
আৰে তোমাৰ আমাত চাতুৰী॥

আতি নিদাৰুণী জানি যুবাকালে নোপজিলো
বৃদ্ধকালে পুত্ৰ ভৈলো এথা।
সামান্য নাৰীয়ে জানে বৃদ্ধ হুয়া নাজানিলা
আপোন পুত্ৰৰ দয়া বেথা॥
জগত ঢাকিয়া কথা দুৰ্যশ ৰাখিলা মোৰ
নকৈলা আৰুৰ কেনে কাম।
যত উপকাৰ গুণ সকলে ঢাকিলা দিয়া
আমাৰ লয়ন্ত চোৰ নাম॥
ৰাজাৰ কুঁমাৰ হুয়া এধেনু ছাৰি ভাত খাওঁ
দুৰ্গম শঙ্কট বনে বনে।
তথাপিতো আমি ভাল বোলাইবাক নাপাৰিলো
আৰু ভাল বোলাইবেক কোনে॥
সহিয়া থাকিলে ভাল সকলে জগতে বোলে
উচিত বুলিলে লাগে দন্দ।
যত অপমান দুঃখ সকলে সহিয়া থাকি
তথাপি আমিসে ভৈলো মন্দ॥
অপমান সহিবাক নপাৰি পলাই যাইবো
কংসৰ নগৰী মধুপুৰী।
আমাক নপায়া লাগ কান্দিয়া মৰিবা পাছে
সৰেও বুলিবো আটকুৰি॥

কহয়ে মাধৱে দাসে শুনিয়ো বান্ধৱ সবে
ইবাৰ নেড়িয়ো হৰি হৰি।
বঙা চৰণৰ তলে শৰণ পশিয়া ৰৈলো
নিয়োক মোক নাথ উদ্ধাৰি॥

---

মাগে লয়নু হৰি যশোদা নন্দ আগে।
কৰ পাতি বোলয় লয়নু মেৰি লাগে॥
পূৰ্ব্বে বুলিয়া আছ লয়নু দিবাৰে।
সেহি লয়নু মাই লাগয় আমাৰে॥
লয়নু নাপাইলে মাই নাছাড়িবো তোৰে।
শুণি চোৱা বাৰে বাৰে ভাণ্ডি আছ মোৰে॥
মায়ৰ আঙ্কোলে ধৰি বোলে নাৰায়ণে।
লয়নু নাপাইলে মাই ছাড়িবো কেমনে॥
থৈয়াছিলে হয় তুমি হৰি পূজিবাৰে।
এড়াইতে নপাৰি মাই দিলা আনি তাৰে॥
নবীন লয়নু পায়া পৰম কৌতুকে।
চৰাচৰ গুৰু হৰি ভুঞ্জিলা উৎসুকে॥
লয়নু ভুঞ্জিয়া নাচে জগতৰ পতি।
কহয় মাধৱ হৰি পদৰেণু মতি॥

---

যশোদা পুচে পথিক জনে আকুলিত মনে।
হামাৰি বালক কেবা দেখিলা নয়নে ॥
ভণ্টা খেলাইতে শ্রম জলে শোভে মুখ।
সুন্দৰ বদন নিৰেখিতে মিলে সুখ ॥
কুবলয় দল জিনি শোভে শ্যাম তনু।
পথে পথে যশোৱা পুচয় পুনু পুনু ॥
বিহানে বজাইলা খেৰি খেলাইবাৰ তৰে।
ভৈ গৈলা বিয়াল পুতাই-এভো নাইলা ঘৰে ॥
যমুনাৰ তীৰে তীৰে ফিৰে নন্দজায়া।
ভৈলা অচেতন সতী কৃষ্ণক নাপায়া ॥
নয়নে নিগৰে নীৰ কান্দে যশোমতী।
কাহা গৈলে পাইবো লাগ পুতাই যদুপতি ॥
ধ[illegible] লুটিয়া মূৰ্চ্ছিত ভয়ো মাই।
কহয় মাধৱ হৰি বিনে গতি নাই ॥

---

তেজহু তাপ শুনহ মেৰি মাই।
হামু দেখলো তোৰা বালক কানাই ॥
লয়নু চোৰ ধৰি আছয় গোৱালী।
কৰত কানাই চোৰ চাতুৰালী ॥

পৰা কহো লোক মানুহ হৰি সাক্ষী।
হাতক লৰনু গোপিনী মুখে মাখি॥
বোলত কানাই হামু কৈছে চোৰ।
তোহো চুকনী মুখেহি সাক্ষী তোৰ॥
লাজল গোপী উত্তৰে নাহি আণ্টে।
দেখলো কানু জিনল ৰাজ বাটে॥
আঞ্চোলে ধৰি এথানত হৰি টানি।
কাতৰ কৰয় গোপিনী ভঙ্গ মানি॥
শুনিয়া তাপ তেজলো যশোমাই।
কহয় মাধৱ গতি বালক কানাই॥

---

পলায় জগত পতি নন্দজায়া যশোমতী
লক ধৰি পাছে পাছে ধাই।
কৰিয়াছ অপৰাধ কৰহো নাহিকে বাধ
তাড়না এড়ন নাযাই॥
ভাঙ্গিয়া মথনি মাথি দধি সব কৈলা নাস্তি
নবীন লয়নু আছা খায়া।
মাৰব উঠিছে ৰাগ নপাই নছাড়িবো লাগ
ভয়ে কাম্পে থিৰ নোহে কায়া॥

লাগাল পাইলো মঞি আৰ কৈক যাইবি তই
কত দুঃখ দিয়া আছ মোৰে।
পলাই আজি যাইবি যথা হামু ধাইয়া যাইবো তথা
আৰ লাগ নছাড়িবো তোৰে॥
মহা মহা যোগীগণে পৰম নিৰ্ম্মল মনে
চিন্তিয়া নপাৱে লাগ যাৰ।
সবাৰে আতমা হৰি হাতে গোপী লৰু ধৰি
ধায়া ফুৰে তাৰে মাৰিবাৰ॥
জননীৰ দুঃখ দেখি হাতে কচালিয়া আখি
কান্দিয়া ৰহিলা যেন ডৰে।
দেখিয়া যশোদা ৰাণী তনয়ৰ ভয় জানি
ধৰিয়া তেজিলা বাৰি কৰে॥
যাৰ স্মৰণে ডৰি কালো কাম্পে তৰতৰি
যাৰ নামে মুকুতি মিলয়।
জননী কৰায়া ভয় কাম্পয় হেনয় হৰি
দীন মাধৱ দাস গাই॥

---

লয়ন্ত চোৰা বুলি যশোদা মাই।
গোকোন্ধা পাঘে বান্ধল যদুৰাই॥

পূৰ্ব্বাপৰ অন্ত নাহি যাহাক।
সোহি জগত গুৰু যশোদা ধাক॥
বাহিৰে ভিতৰে যাকেৰি নাই।
গোৱালী বান্ধে লয়ন্থ চোৰা পাই॥
গাৱৰ সন্ধানে যশোদা ৰজু টানে।
যোড়য় নাহি আঙ্গুল ছুহো মানে॥
পুন্থ পুন্থ ৰজু বিচাৰ কয় আনি।
উদৰে মেঢ়াই বান্ধয় সতী টানি॥
তবহো নোজোৰে আঙ্গুলা দোহো পাশে।
পেসিয়ে গোপীৰ মন সব হাসে॥
হৰি কহো তন্থ জানয় নাহি কোই।
মাধৱ কহো গতি গোবিন্দ মাই॥

---

অত দুঃখে নেযাই প্ৰাণ মোৰ নিদাৰুণী হিয়া।
মৰিলো মৰিলো যাই জলে জাম্প দিয়া॥
বাপা মোৰ বসুদেৱ দৈবকী জননী।
কিবা অপৰাধে হে গকুলে থৈলা আনি॥
পুতনায় দিলা আনি বিযময় তন।
নাখাই নমৰিলো নগৈলা পৰাণ॥

কালি সৰ্পে দংশিলেক মোৰ মৰণ চাই।
তাৰ হস্তে নমৰিলো ৰাখিলা গোঁসাই॥
চক্ৰবাত অসুৰে আকাশত নিলা।
তাৰ পৰা নমৰিলো মই অভাগীয়া॥
মাও নাই বাপা নাই সঙ্গে নাই ভাই।
যশোদাই মাৰে মোক নিমা খুতি পাই॥
কহয় মাধৱ দাসে ব্ৰহ্ম নৈৰাকাৰ।
ভক্তৰ কাৰণে হৈলা গোকুলে অৱতাৰ॥

---

হা কৃষ্ণ প্ৰাণধন বুলি কান্দে গোপীগণ
আমাক অনাথ কৰি কৈক এড়ি গৈলা।
শৰত কালৰ নিশি কৃষ্ণ বৃন্দাবনে আসি
গোপী সবে ক্ৰীড়িবাক লৈলা॥

গোপীকাৰ দৰ্প হৰি গুচাইবাক মনে কৰি
তাসম্বাক এড়ি তৈতে অন্তৰ্ধ্যান ভৈলা।
কৃষ্ণক নেদেখি সবে কান্দে অতি দীৰ্ঘ ৰাৱে
নানান থানে বিচাৰি চাহিলা॥

পূৰ্ব্বাপৰ অন্ত নাহি যাহাক।
সোহি জগত গুৰু যশোদা থাক॥
বাহিৰে ভিতৰে যাকেৰি নাই।
গোৱালী বান্ধে লয়ল্ল চোৰা পাই॥
গাৰৰ সন্ধানে যশোদা বজু টানে।
যোড়য় নাহি আঙ্গুল দুহো মানে॥
পুনু পুনু বজু বিচাৰ কয় আনি।
উদৰে মেঢ়াই বান্ধয় সতী টানি॥
তবহো নোজোৰে আঙ্গুলা দোহো পাশে।
পেসিয়ে গোপীৰ মন সব হাসে॥
হৰি কহো তত্ত্ব জানয় নাহি কোই।
মাধৱ কহে গতি গোবিন্দ মাই॥

---

অত দুঃখে নেযাই প্ৰাণ মোৰ নিদাৰুণী হিয়া।
মৰিলো মৰিলো যাই জলে জাম্প দিয়া॥
বাপা মোৰ বসুদেৱ দৈৱকী জননী।
কিবা অপৰাধে হে গকুলে থৈলা আনি॥
পুতনায় দিলা আনি বিষময় তন।
নাখাই নমৰিলো নগৈলা পৰাণ॥

কালি সৰ্পে দংশিলেক মোৰ মৰণ চাই।
তাৰ হন্তে নমৰিলো ৰাখিলা গোঁসাই॥
চক্ৰবাত অসুৰে আকাশত নিলা।
তাৰ পৰা নমৰিলো মই অভাগীয়া॥
মাও নাই বাপা নাই সঙ্গে নাই ভাই।
যশোদাই মাৰে মোক নিমা খুতি পাই॥
কহয় মাধৱ দাসে ব্ৰহ্ম নৈৰাকাৰ।
ভকতৰ কাৰণে হৈলা গোকুলে অৱতাৰ॥

---

হা কৃষ্ণ প্ৰাণধন বুলি কান্দে গোপীগণ
আমাক অনাথ কৰি কৈক এড়ি গৈলা।
শৰত কালৰ নিশি কৃষ্ণ বৃন্দাবনে আসি
গোপী সৱে ক্ৰীড়িবাক লৈলা॥

গোপীকাৰ দৰ্প হৰি গুচাইবাক মনে কৰি
তাসম্বাক এড়ি তৈতে অন্তৰ্ধ্যান ভৈলা।
কৃষ্ণক নেদেখি সৱে কান্দে অতি দীৰ্ঘ ৰাৱে
নানান থানে বিচাৰি চাহিলা॥

হুইয়া সবে উনমত্ত কৃষ্ণক কৰিয়া তত্ত্ব
পশু পক্ষী বৃক্ষ লতা সবাকো পুচিলা।
খুজি নাপাই কৃষ্ণ স্বামী যমুনা তীৰত নামি
গোপী সবে কৰে কৃষ্ণ লীলা ॥

গোপীকাৰ দেখি ক্লেশ দেখা দিলা হৃষীকেশ
দেখি গোপী সবে পাৱে প্ৰণামিলা।
কৃষ্ণ সমে গোপীগণে ভৈলা আনন্দিত মনে
নানান ৰূপে ক্ৰীড়িবাক লৈলা ॥

দীন মাধৱ দাসে ভণে পূৰ্ণব্ৰহ্ম নাৰায়ণে
গোপী সকলৰ গুচাইলেক কাম ক্ৰীড়া ॥

---

এ হে নাকান্দা দৈবকী মাও।
দৈবকীৰ শোক দেখি প্ৰভু চক্ৰপাণি।
প্ৰবোধ বচনে মাতি বুলিলন্ত বাণী ॥
নাকান্দা দৈবকী মাও নকৰা সংশয়।
দুৰ্জ্জন কংসক মই বধিবো নিশ্চয় ॥
কংসে মাৰি নিলা মোৰ পুত্ৰচয় গুটী।
তাসম্বাক স্মৰন্তে প্ৰাণ যায় ফুটি ॥

মৃতক পুত্ৰক লাগি নকৰিবা শোক।
কৰ্ম্ম সংস্কাৰে সুখ দুঃখ ভুঞ্জে লোক ॥
হেন জানি মাও তুমি শোক পৰিহৰা।
মোক পুত্ৰ বুলি তুমি বুকে বান্ধি ধৰা ॥
কৃষ্ণক বোলন্ত পাছে দৈৱকী সুন্দৰী।
পাপিষ্ঠক ডৰে পুত্ৰ বোলো কেন কৰি ॥
অন্ধকাৰে বৃথা গৃহে ৰাখিছে নিশ্বলে।
তথাপি নেযায় প্ৰাণ অভাগ্য কপালে ॥
কংসৰ যাতনাই মোৰ নসহে পৰাণ।
মোক ৰক্ষা কৰা প্ৰভু অভয় চৰণ ॥
দৈৱকীৰ শোক দেখি প্ৰভু নাৰায়ণ।
প্ৰবোধ বচনে বোলে সম্বৰা ক্ৰন্দন ॥
অৱশ্যে জানিবা মাও খণ্ডাবো নিকাৰ।
[illegible]ক বধিবা মই ভৈলো অৱতাৰ ॥
প্ৰসন্নচন্দ্ৰই ভণে দৈৱকীৰ শোক।
অভয় চৰণ তলে ৰাখিয়োক মোক ॥

---

শ্যাম বন্ধু ল, হৰি হৰি কোন ক্ষণে মই
জনম লভিলো।
পাঞ্চ স্বামী মই অনাথা কৰিলো ॥

আছিলো দেবৰ পুৰে জন্মিলো দেৱতাৰ বৰে
পিতৃ নাম থৈলা যাজ্ঞসেনী।
সহদেৱ ৰাখে পালে নকুল ৰৈলা ঘোড়াশালে
যুধিষ্ঠিৰে খেলে পাশা শাৰি॥
যাহাৰ গদাৰ চোটে মেদিনী মেলয় ফাটে
সিয়ো স্বামী হৈলা মোৰ মৎস্যৰ ৰান্ধেনী।
যাহাৰ শঙ্খৰ ধ্বনি দেৱলোকে থাকে শুনি
সিয়ো স্বামী হৈলা মোৰ নাৰীৰে আকাৰ॥
চন্দন পিহাওতে মোৰ দশ নখ গৈলা ক্ষয়
সিয়ো চন্দন পিন্ধে সুদেষ্ণা সুন্দৰী।
দ্ৰৌপদী বোলয় মোৰ ৰূপে ভৈলা যমকাল
কীচকেই লেই চুলি ধৰি॥
কহয় মাধৱ বাণী শুন মাও ঠাকুৰাণী
ই গীত কৰিছে কোনে দ্ৰুপদ নন্দিনী॥

---

উদ্ধব সখিৰে বান্ধৱ সখিৰে
চ'লা যাওঁ বদৰিকাক লেগি।
ঋষিৰ শাপে হৈলো বন্ধৱ ভাগি॥
দাদা গৈলা প্ৰাণক ছাড়িয়া।
হামু গোপী ৰৈব কি লাগিয়া॥

লৈয়া যোৱা দুপাটী খৰম।
হামাক লাগি এড়িও মৰম ॥
সন্ন্যাসীৰ ভেশক ধৰিবা।
ফলমূল ভোজন কৰিবা ॥
ফলি গছৰ বাকল পিন্ধিবা।
যি মিলাৱে ভোজন কৰিবা ॥
বিচাৰিবা অনেক প্ৰবন্ধে।
হামাক পাইবা তুলসীৰ গন্ধে ॥
ৰাম কৃষ্ণ নোহন্ত মানুষ।
এৰা দুজন পৰম পুৰুষ ॥
কৃষ্ণৰ কিঙ্কৰে এভো ভণে।
হৰি হৰি বোলা সৰ্ব্বজনে ॥

---

[illegible]: চ'লা বিদুৰ গৃহে যাওঁ
মোৰ বান্ধৱ চ'লা বিদুৰ গৃহে যাওঁ
হৰি হৰি দুৰ্য্যোধনৰ মন্দিৰে নাযাওঁ ॥
বিদুৰৰ মধুৰ বচন।
কুন্তী পেহী হৈবো দৰশন ॥
বিদুৰেসে দিবো শাক অন্ন।
ৰঙ্গমনে কৰিম মই ভোজন ॥

আগে ভৈলা ব্ৰহ্মা পাছে ভৈলা বিষ্ণু
দুইজনে নৌকাৰ কাণ্ডাৰী।
মধ্যত বসিলা শ্ৰীশঙ্কৰ গুৰু
নামৰে লগাইলা শাৰি॥
ক্ষুদ্ৰ সনদেৱে তাম্বুল জোগাৱে
প্ৰসাদে জ্বলাইলা বাতি।
আহা মোৰ উদ্ধৱ চলা মোৰ বান্ধৱ
হৰিৰ নামক আহা মাতি॥

---

ঘন বৰষুণ পিছল মাটী ধীৰে ধীৰে দিবা পাওঁ।
পাওঁহে বিনয় আজু ঘৰে যাওঁ॥
যথনে তথনে আহিবা বিনন
নানিবা পাটোৰে শাৰি।
দুই হাতে নানিবা ই মগৰ খাৰু
লেমপুৰ আহিবা চাই॥
ভৰিৰে লেমপুৰ নানিবা বিনন
শব্দ যাইবো বহুদূৰ।
গোকুলৰ গোপী সবে প্ৰাণ বৈৰী
শুনিলে বুলিবো চোৰ॥

আগ দুয়ারে নাযাইবা বিনন
ননন্দানী বহি আছে।
পাছ দুয়ারে নাযাইবা বিনন
চোৰ ধৰা পৰে তাতে॥
যখনে তখনে আহিবা বিনন
মাৰিবা ভৰিৰে টালি।
বেৰাই থাপ্প দিয়া আমাক জগাইবা
আমি দিবো দুয়াৰ ছাৰি॥
নানান্ ভঙ্গি কৰি বংশী বায়ে হৰি
গোপীৰ মোহিলা চিত্ত।
গুৰুৰ চৰণ হৃদয়ে ধৰিয়া
মাধৱে মজিয়া ৰৌক চিত্ত॥

---

নিৰঞ্জন নৈৰাকাৰ ভাবিয়া বৈলো হৰি
চিন্তিয়া বৈলো প্ৰভু নিদয়াৰ পথাৰ।
কি লাগি ভাবন্তে আইলো, সঙ্গৰ বন্ধু হেৰুৱাইলো
হাট পাতি বিহাইবা নাপাইলো।
নাও দিলো কুলে কুলে কাণ্ডাৰী নাই নৌকা ঘূৰে
কাণ্ডাৰী নহলে নৌকা ঘুৰিয়া ফুৰয়।

ধৈৰ্য্য খুটী নামাবিলো, ঘোল চাই নৌকা নাৰাখিলো
নৌকা নিলা হুকুকা বতাহে।
নগৰে শুনিছো বোল, কাৰ ঘৰে সোমাল চোৰ
চুৰি কৰি লৈ গৈলা ভৱ তুপৰতে।

---

তনু প্ৰাণ বিনে অচিত গোবিন্দ
কুপিত জননী পৰায়।
হামা পয়োধৰ প্ৰাণ ছাৰি বল
ক্ষীৰ ৰাখিছে অগো মাই।
অৰুণ অধৰ দেহা কোপে কা[illegible]ৰ
ওঠ কামুৰি ধৰে দন্ত।
লয়নুৰ পিণ্ডু বাটী বান্দৰ মাজে ক্ষেপল্ল
বান্দৰে লাম্ফিয়া ধৰে হাত।
উৰল উপৰে বসি লয়নু ভুঞ্জন্ত হৰি
বান্দৰগণক লৈয়া সঙ্গে।
পটাপট হানিয়া মঠনি মোৰ ভাঙ্গিলা
কুপিত প্ৰহাৰে ভগবান।

ক্ষীৰ লুমাই আনি মাৱে দেখিলন্ত
ভাঙ্গিয়াছে মঠনি মন্দৰ।
দধি সব নাশল্ল কতনো খেৰল বল্ল
দীন মাধৱে গুণ গাই ॥

---

শোকে বিয়াকুল জনক নন্দিনী এ

আমাৰ কপালে যি ভৈলা সি ভৈলা
তাকো নজানিলো মনে।
মাৰি মৃগছাল পাতিলা জঞ্জাল
প্ৰভু গৈলা ঘোৰ বনে ॥

সীতায়ে বোলেৰে দুৰ্ব্বলা লক্ষ্মণ
ৰামৰ কনিষ্ঠ ভাই।
বিলম্ব নকৰি যোৱা শীঘ্ৰ কৰি
প্ৰভুক ৰাক্ষসে খাই ॥

লক্ষ্মণে বোলেৰে জনক জীয়াৰী
মনে নকৰিবা ভয়।
তাসম্বাক মাৰি আসিবন্ত হৰি
চিত্ত থিৰ কৰা কায় ॥

সীতায়ে বোলেৰে দুৰ্ব্বলা লক্ষ্মণ
বুজিলো তোহোৰ আশ।
প্ৰভুৰ বিহনে তোৰ ববি বঙ্গ
মোকে কৰা হাবিলাস ॥

---

লক্ষ্মণে বোলেৰে কৰ্ণ ভূমি চুই
ৰাম বিষ্ণু হৰি হৰি।
এইৰ অপযশে হৃদয় ভেদিলা
কি হক লেযাও মৰি ॥

লক্ষ্মণে বোলেৰে জনক জীয়াৰী
মনে নকৰিবা শোক।
আজি হে কপালে বিধাতাই লেখিছে
বাৰণে হৰিবো তোক ॥

কহয় মাধৱে এ প্ৰাণেৰ বান্ধৱে
ইবাৰ নেৰিয়ো হৰি।
ৰঙা চৰণত শৰণ পশিলো
নিয়োক নাথ উদ্ধাৰি ॥

---

কান্দে দ্ৰৌপদী কৃষ্ণক সুমৰি
ভকত বৎসল হৰি।
ৰজস্বলা নাৰী ৰাজ সমাজক
আমি যাইবো কেন কৰি ॥

বিহানে উঠিয়া চিনান কৰিয়া
যাইবো মই কৌৰৱৰ ঘৰে।
দাসী কৰোক বা বিকি ধন লবে
যি হৈলা মোৰ কপালে ॥

দুঃশাসনে উঠি কেশে ধৰি নিলা
কৌৰৱে আছয় চাই।
পাণ্ডৱে বোলেবে কিয় মৰি নেযাওঁ
আমি চাৰি পাঞ্চ ভাই ॥

দ্ৰৌপদীৰ বিলাপে কান্দে পাঞ্চ ভাই
কান্দে বৰ মন শোকে।
একেটী জীয়াৰী পাঞ্চ ভাই বিহাইলো
কাঢ়ি লৈয়া যাই লোকে ॥



৫

ভীষ্ম দ্রোণ আদি নৃপতি সকলে
আগতে আছিলা ছাই।
দ্রৌপদীৰ বস্ত্রে হস্তিনা ভৰিলা
উঘা যেন ঘুকুয়াই ॥

ৰাজ সমাজত বিবস্ত্র কৰিলা
কৌৰৱৰ মনতে ৰঙ্গ।
বস্ত্ৰৰূপে হৰি আবৰি ধৰিলা
নেদেখিলা একো অঙ্গ ॥

বিদুৰে বোলেৰে অন্ধকৰ পুত্ৰ
দিনতে দুই চক্ষু খাইলি।
আছোক দ্রৌপদীৰ অঙ্গক দেখিবি
আঙ্গুলিক নেদেখিলি ॥

ধিক বাহুবল ধিক ধনুশৰ
কিমতে খেলালি পাশা।
ৰাজ্যক হৰিলি ভাৰ্য্যাক তেজিলি
ঈশ্বৰে হৈলা তাৰ সখা ॥

আপোনাক মাৰি দুষ্টক সংহৰি
বৈষ্ণৱৰ কৰা কাম ।
কহেতো মাধৱে দ্ৰৌপদীৰ বিলাপ
ডাকি বোলা জয় ৰাম ॥

---

কান্দে বীৰ অভিমন্যু হে বীৰ বেহুৰ মধ্যতে ।
যম ঘৰে যাওঁ আজি কুৰু সমৰতে ॥
পাণ্ডৱৰ সৈন্য নাহি বেহুৰ ভিতৰে ।
সপ্তৰথী বেৰি মাৰে অন্যায় সমৰে ॥
যিবা শৰ টোন আছিল সকলো দুকাইলা ।
এতেকে জানিলো মোৰ মৰণ মিলিলা ॥
নাহি মোৰ ভীম জেঠা নগৰে সহায় ।
নাহি কৃষ্ণ মামা মোৰ পিতা ধনঞ্জয় ॥
জ্যেষ্ঠ পিতা যুধিষ্ঠিৰ বেহুৰ বাহিৰে ।
কৌৰৱেই মাৰে মোক অন্যায় সমৰে ॥
নাহি কৃষ্ণ মামা মোৰ জগতৰে বাপ ।
মৃত্যুকালে নেদেখিলো এহি মনস্তাপ ॥
সুভদ্ৰা জননী মোৰ পিতা ধনঞ্জয় ।
কৌৰৱেই মাৰে মোক একেশ্বৰ পাই ॥

ভীষ্ম দ্ৰোণ আদি নৃপতি সকলে
আগতে আছিলা ছাই।
দ্ৰৌপদীৰ বস্ত্ৰে হস্তিনা ভৰিলা
উঘা যেন ঘুকুয়াই ॥

ৰাজ সমাজত বিবস্ত্ৰ কৰিলা
কৌৰৱৰ মনতে ৰঙ্গ।
বস্ত্ৰৰূপে হৰি আবৰি ধৰিলা
নেদেখিলা একো অঙ্গ ॥

বিদুৰে বোলেৰে অন্ধকৰ পুত্ৰ
দিনতে দুই চক্ষু খাইলি।
আছোক দ্ৰৌপদীৰ অঙ্গক দেখিবি
আঙ্গুলিক নেদেখিলি ॥

ধিক বাহুবল ধিক ধনুশৰ
কিমতে খেলালি পাশা।
ৰাজ্যক হৰিলি ভাৰ্য্যাক তেজিলি
ঈশ্বৰে হৈলা তাৰ সখা ॥

আপোনাক মাৰি দুষ্টক সংহৰি
বৈষ্ণৱৰ কৰা কাম ।
কহেতো মাধৱে দ্ৰৌপদীৰ বিলাপ
ডাকি বোলা জয় ৰাম ॥

---

কান্দে বীৰ অভিমন্যু হে বীৰ বেহুৰ মধ্যতে ।
যম ঘৰে যাওঁ আজি কুৰু সমৰতে ॥
পাণ্ডৱৰ সৈন্য নাহি বেহুৰ ভিতৰে ।
সপ্তৰথী বেৰি মাৰে অন্যায় সমৰে ॥
যিবা শৰ টোন আছিল সকলো ঢুকাইলা ।
এতেকে জানিলো মোৰ মৰণ মিলিলা ॥
নাহি মোৰ ভীম জেঠা নগৰে সহায় ।
নাহি কৃষ্ণ মামা মোৰ পিতা ধনঞ্জয় ॥
জ্যেষ্ঠ পিতা যুধিষ্ঠিৰ বেহুৰ বাহিৰে ।
কৌৰৱেই মাৰে মোক অন্যায় সমৰে ॥
নাহি কৃষ্ণ মামা মোৰ জগতৰে বাপ ।
মৃত্যুকালে নেদেখিলো এহি মনস্তাপ ॥
সুভদ্ৰা জননী মোৰ পিতা ধনঞ্জয় ।
কৌৰৱেই মাৰে মোক একেশ্বৰ পাই ॥

উত্তৰা ভাৰাযা মোৰ পৰমা সুন্দৰী।
অকালতে বিধাতাই তোকে কৈলা বাড়ী ॥
নকুল সহদেব খুড়া বৈলা কোন ঠাই।
নেদেখিলো নয়নেতে মোৰ কুন্তী আই ॥
অভিমন্যু বীৰ কান্দে বেহুৰ ভিতৰে।
বিষ্ণু নাম জপি যাই বৈকুণ্ঠৰ পুৰে ॥

---

বাপু লক্ষ্মণ হে ওৰে বাপু কোৱাগৈ ৰামত।
বৰি দুঃখ পালো মই অশোক বনত ॥
বৈহাগোৰ মাহতে বাপু নিছিলা হৰিয়া।
ইন্দ্ৰই দিলা পুষ্পমালা ব্ৰহ্মাৰ লাগিয়া ॥
জেঠৰে মাহতে বাপু ছিলো তৰুতলে।
মই সীতা নিদ্ৰা গৈলো লক্ষ্মণ উৰুতে ॥
আষাঢ় মাহতে বাপু পকি সৰে আম।
সেই বেলা ৰলো আমি ঋষিৰ আশ্ৰম ॥
শাওণৰ মাহতে বাপু জল অৰতাৰ।
এৰে পৰা ৰাম স্বামীক কৰিছো কাতৰ ॥
ভাদৰে মাহতে বাপু পালঙে নাই ফুল।
মই অভাগিনী নাৰী নাই জাতি কুল ॥

আহিনৰ মাহতে বাপু গৈল আগ বাঢ়ি।
সাগৰত সেতু বান্ধি আনিলা উদ্ধাৰি ॥
কাতিৰে মাহতে বাপু অতি দুঃখ পাই।
মই অভাগিনী নাৰী নাই বাপা ভাই ॥
আঘোণৰ মাহতে বাপু শালিৰে বতৰ।
পুনৰপি ৰাম স্বামীক কৰিছো কাতৰ॥
পুহৰে মাহতে বাপু অতি বৰ শীত।
মই অভাগিনী নাৰী নাই থান ঠিত ॥
মাঘৰে মাহতে বাপু ধৰমৰ তিথি।
বনবাস দিলা মোৰে গৰ্ভৰ সহিতি ॥
ফাগুণৰ মাহতে বাপু ফাকুয়া খেলাই।
মই অভাগিনী নাৰী নাই বাপা ভাই ॥
চৈতৰ মাহতে বাপু চৈত্ৰালিক গাই।
[illegible]বাস দিলা মোক প্ৰাণৰ লখাই ॥
পূবে বায় ঢাক ঢোল পশ্চিমে বাই বাঁশী।
ইটো গীতৰ নাম থৈছে সীতা বাৰমাসী ॥

---

# শোক-গীত।

অত দুঃখে নেযাই প্ৰাণ মোৰ নিদাৰুণী হিয়া।
মৰিলো মৰিলো যাই জলে জাম্প দিয়া ॥
চেনেহৰ আই।
দশ মাস দশ দিন গৰ্ভত ধৰিলা।
বহু দুঃখ সহি মাতৃ জনমক দিলা ॥
হেনয় মাতৃৰ পদে কৰো নমস্কাৰ।
মাতৃ বিনে জগতত সব অন্ধকাৰ ॥
তেৰশ তেৰাও সন বহাগ মাহত।
থাকিলোহো পড়ি যোৰহাট নগৰত ॥
আহাৰ মাহৰ তিথি শুকুলা সপ্তমী।
সিদিনা নিশাত মাতৃ হৈলো স্বৰ্গগামী ॥
মৃত্যুকালে নেদেখিলো জননীৰ মুখ।
ই বৰ দাৰুণ দুঃখ বহিলেক বুক ॥
তেৰশ চাব্বিশ সনৰ আহিন মাহত।
কৃষ্ণা প্ৰতিপদ তিথি মিলে সি বেলাত ॥
চেনেহৰ ভাৰ্য্যা মোৰ প্ৰিয়তমা সতী।
বৈকুণ্ঠক গৈলা তেওঁ ত্যজি নিজ পতি ॥

পোন্ধৰ বছৰে এটি কন্যা জন্ম দিয়া ।
একেলগে দুয়ো গল মায়াক তেজিয়া ॥
তেৰশ একত্রিশ জেঠ দহ দিন গৈলা ।
চাৰি ভাইৰ তৃতীয় জীৱন তেজিলা ॥
মামলাত থাকিলোহো গৌহাটীত পড়ি ।
নেদেখিলো ভাতৃ মুখ নয়নক ভৰি ॥
মৰণ সময় ভাই মাতিছিলি মোক ।
সিদিনা গধূলি আহি নেদেখিলো তোক ॥
দ্বিতীয় ভাতৃৰ বধূ লগে লগে গল ।
হৃদি মাজে এই শোক শেল বাজি ৰল ॥
আই গল ভাই গল গল ভাৰ্য্যা এড়ি ।
আৰু মোৰ উৰি গল স্নেহৰ জীয়াৰী ॥
এনেনো দাৰুণ শোক সহে কাৰ প্ৰাণে ।
নিৰ্দয় যম মোকো নিয়া সেহি থানে ॥
প্ৰভুৰ চৰণে মোৰ নতি বাৰম্বাৰ ।
কৰুণাকান্তে কৰা দয়া কৰুণা সাগৰ ॥

---

বিধি হে কৰ্ম্ম বন্ধ এড়াইতে নাপাৰি।
মৰমৰ বাপাচানা!
মৰমৰ বাপা মোৰ চেনেহৰ ভাই।
কৈক গলি মোক শোক সাগৰে পেলাই॥
বৰ আশা কৰিছিলো মনে মনে তোক।
আগেয়েই গলি অনাথিনী কৰি মোক॥
তোৰ বুদ্ধি বল ভাই সুমৰি সুমৰি।
জীয়াতোতে মৰা প্ৰায় আছো প্ৰাণ ধৰি॥
তেৰশ সাতাইশ সন ভাদ্ৰৰ মাহত।
বিপক্ষেৰ সঙ্গে হয় কাজিয়া হঠাৎ॥
ধৰিছিল মোক তাতে আক্ৰমণ কৰি।
তোৰ সাহসত ভাই আহিলো উদ্ধাৰি॥
অৰ্জ্জুনে কৰিলে বধ যেনেকৈ কৰ্ণক।
পৰাস্ত কৰিলি ভাই তয়ো বিপক্ষক॥
চাৰি ভাই মাজে তই সৰ্ব্ব গুণে সাৰ।
তোৰ অবিহনে বাপা সব অন্ধকাৰ॥
নিজ হাতে সজাই তই প্ৰতিমা দুৰ্গাৰ।
কৰিছিলি পূজা ভাই তিনি চাৰি বাৰ॥
ৰূপে গুণে বলে বুদ্ধি তোৰ সম ভাই।
গাওঁৰ মাজত নেদেখোহো কাকো নাই॥

অলপ বয়সে ভাই মোক এড়ি গৈলি ।
যা ভাই স্বৰগত থাক গই জলি ॥
প্ৰভুৰ চৰণে মোৰ এই নমস্কাৰ ।
পৰজন্মে পাওঁ যেন লাগ একবাৰ ॥

---

সখি হে অত দুঃখ মই কৈবো কাৰ ঠাই ।
আছিল মাধবী মাহ নাসিল কানাই ॥
সুৰ এৰি ৰিপু মিতা     তাহান সেৱক পিতা
বাহনক দেখি লাগে মনু ।
তিনাক্ষৰ মনে কৰি     শেষাক্ষৰ পৰিহৰি
তান বিনে দহে মোৰ তনু ॥
বায়স অজ ৰব     অন্তৰ জ্বৰ জ্বৰ
কি ভৈলা মোৰ পাপিনীৰ পৰাণ ।
ৰা[illegible]াগৰে পুৰি     নিশাপতি উন কৰি
তাকে খাই মই তেজিম পৰাণ ॥

---

মন তই কেনে দুঃখ কৰাহ তই হে ।
মন তই কেনে দুঃখ কৰাহ তই ॥
হৰিএ পিতা মাতা ভাই     কাৰো কেৰে নাই
বাহিৰা সম্বন্ধ মাত্ৰ ।

কলিৰ কালৰ　　　　অসীম গুণৰ
প্ৰকাশো কিছু চৰিত্ৰ ॥
হৰিএ　পিতা মাতা হৈতে　　　শিশু অৱস্থাতে
ভুগিলো অপাৰ সুখ।
নানা সুখে সুখী　　　　মোৰ দুখে দুখী
কেৱল আৰ্থিকে দুখ ॥
হৰিএ　পিতা মাতা চিত্ত　　　পুত্ৰ কন্যাদিত
সমভাবে স্নেহ কৰে।
বেচি মৰমৰ　　　　শ্ৰেষ্ঠ সন্তানৰ
সকলোৱে মনে ধৰে ॥
হৰিএ　আনন্দে উভয়　　　সংসাৰ চলয়
যাবতীয় কৰ্ম্ম কৰে।
তাৰ প্ৰতিশোধ　　　নিজ কৰ্ম্মদোষ
বিপৰীত ফল ধৰে ॥
হৰিএ　যুবত সময়　　　মায়াক লগায়
অৰ্দ্ধাঙ্গিনী গাঠি দিলে।
পাপ পুণ্য ভাগী　　　সকলোৰে লাগি
ধৰ্ম্ম সাক্ষী কৰি দিলে ॥
হৰিএ　পিতা মাতা ভাই　　　স্নেহৰ আলয়
এহি মতে ভাঙ্গি পৰে।

কুভাব উদয়　　　　প্ৰত্যেকে লাগয়
ভিন্ন ভিন্ন গতি কৰে ॥
হৰিএ অৰ্দ্ধাঙ্গিনী পৰা　　　　পুত নৰক তৰা
ভগৱান দিলে উপায়।
চৰিত্ৰ গুণেৰে　　　　মালিকৰ মনৰে
পত্নীক চাৰিতে হয় ॥
হৰিএ যথাসাধ্যে মই　　　　কৰিলো উপাই
তেওঁলোকৰ কাৰণে ।
মনৰ তথাপি　　　　শান্তিৰ কদাপি
স্বীকাৰ নহয় অন্তৰে ॥
হৰিএ পুত্ৰবধূ দুই　　　　তাঁতৰ কৰাই
দেখিলেও চকু ফুটে।
কুভাব হৃদয়ে　　　　আবৰি ধৰিয়ে
ই সব নিজ চৰিত্ৰে ॥
হৰিএ শিশুাধিপতি হৈ　　　　দুৰ্গতিৰ অন্তকৈ
যাতনা দিলে অপাৰ ।
যমৰ যাতনা　　　　ইয়াতে কতনা
ভোগালে ফল বিধিৰ ॥
হৰিএ খোৱা লোৱা থাকা　　　　সকলোতে পাকা
নিৰন্তৰে বন্ধ কৰে ।

গুরু ভাবি মনে হুকুম পালনে
সেই মতে গতি কৰে ॥
হৰিএ দুৰ্গা পদ ভাবি শ্ৰী-কান্ত ৰবি
ভণে চিন্তান্বিত হৈয়া ।
অল্প দিনে পৰে কালে নিব ধৰে
মিছা ধন পুত্ৰ লৈয়া ॥
হৰিএ সংক্ষেপতে এড়ি বাহুল্য নকৰি
সামৰিলো এই খিনি ।
হীন বুদ্ধি আমি একোকে নজানি
গুৰু পদ মাত্ৰ জানি ॥
হৰিএ এতেকতে ভাই হৰি গুণ গাই
কৰিবা স্থিৰ মনৰ ।
সংসাৰ ভিতৰ নাই আপোনাৰ
ভাগী মাত্ৰ পাপ পুণ্যৰ ॥

---

অন্ত ।

# জাননী।

—:*:—

আমাৰ এজেঞ্চিত তলত লেখা পুথিৰ বাহিৰেও সকলো ৰকমৰ ধৰ্ম্ম-পুথি, স্কুল-পাঠ্য, নাটক, ছবি চিয়াহি, সুগন্ধি তেল, ঔষধাদি উচিত দামত বিক্রিৰ জন্য মজুত থাকে। অৰ্ডাৰ পালে কমিচন বাদ দি ভিঃ পিঃ ডাকতো পঠাব পাৰো।

| | | | |
|---|---|---|---|
| শক্তি-শেল উদ্ধাৰ | ।/০ | লক্ষ্মী চৰিত্ৰ | /০ |
| মৎস্য বিবাহ | ।০ | স্যামন্ত হৰণ ও | |
| শ্ৰীশ্ৰীকৃষ্ণৰ জন্মাষ্টমী | ।৵০ | কৃষ্ণৰ শত নাম | ৵ |
| সীতা সয়ম্বৰ | ।০ | ভীম চৰিত | ।৵ |
| মিহলি বড়গীত | ॥০ | ৰাধা হৰণ | ।৵ |
| গধুলি গোষ্ঠ | ।০ | সীতা বনবাস | ॥ |
| লক্ষ্মী পুৰাণ | ৵০ | বালী বধ | ।৵ |
| নতুন ধাৰাপাত | ৵০ | উষা পৰিণয় | ১৵ |
| বত্ৰিশ পুতলা | ।/০ | দেবজিত | ১৲ |
| লবকুশৰ যুদ্ধ | ॥৵০ | দেবী ভাগৱত | ১৲ |

ইয়াৰ বাহিৰেও আন সকলো পুথি পাব।

শ্ৰীপ্ৰসন্নচন্দ্ৰ বৰুৱা
মেনেজাৰ, ৰজনীপ্ৰভা এজেন্সী।
শ্ৰীসূৰ্য্যকান্ত পট্টোয়াৰী
চেয়াৰম্যান, নাগাৰকুছি বেঙ্ক।
পোঃ আঃ আঠঘৰিয়া, কমাৰকুছি, কামৰূপ।

বুঢ়া ভাইষ

## নিবেদন।

অসমীয়া প্ৰাচীন কবিসকলে লিখা বহু সুন্দৰ সুন্দৰ পুথি নানা বিপ্লবত আৰু নানা চলনাত পৰি নষ্ট হোৱা কথা শিক্ষিত মাত্ৰেই ভু পায়। সেই পুথিবোৰ অসমীয়া সাহিত্য ভড়ালত থকাহেঁতেন আসাম গৌৰব অক্ষুন্ন থাকিলহেঁতেন ই কাৰো অবিদিত নহয়। অৰ্থাভাবেই হোক বা মুদ্ৰাযন্ত্ৰাভাবেই হোক নাইবা বিপ্লবাদিৰ কাৰণেই হোক কিছুমান সুন্দৰ সুন্দৰ পুথি নষ্ট হৈ গৈছে। অলপ আচৰপ যি বাকী আছে তাকো প্ৰকাশ কৰা নানা অসুবিধা। অসমীয়া প্ৰাচীন কবিসকলে লিখা পুথিবোৰ যদি আজি আমাৰ সাহিত্য ভড়ালত থাকিলহেঁতেন তেনেহলে বাংলাৰ সাহিত্য ভড়ালতকৈ আসাম সাহিত্য ভড়াল কোনো গুণে হীন নহলহেঁতেন। আসাম পৰ্য্যতক, আসামৰ সকলো বিষয় ভু লওঁতা, আসাম [illegible] ৰচক শ্ৰীযুত বিজয় ভূষণ ঘোষ চৌধুৰী মহাশয়ে তেখেতৰ ২য় ভাগ আসাম প্ৰসঙ্গৰ ৮০ পৃষ্ঠাত লিখিছে "আসামৰ সাহিত্য বাংলাৰ সাহিত্যতকৈ কোনো গুণে হীন নহয়"। তেখেতৰ এই গবেষণা পূৰ্ণ কথাটি আমি নৈখে শলাগিছোঁ।

এই বুঢ়া-ভাইষ্ পুথিখনি মঙ্গলদই অঞ্চলৰ শ্ৰীযুত চন্দ্ৰমল দত্ত চৌধুৰী মৌজাদাৰ মহাশয়ৰ সহায়ত সংগ্ৰহ

বুঢ়া ভাইৰ

# নিবেদন।

অসমীয়া প্ৰাচীন কবিসকলে লিখা বহু সুন্দৰ সুন্দৰ পুথি নানা বিপ্লৱত আৰু নানা চলনাত পৰি নষ্ট হোৱা কথা শিক্ষিত মাত্ৰেই ভু পায়। সেই পুথিবোৰ অসমীয়া সাহিত্য ভড়ালত থকাহেঁতেন আসাম গৌৰৱ অক্ষুন্ন থাকিলহেঁতেন ই কাৰো অবিদিত নহয়। অৰ্থাভাবেই হোক বা মুদ্ৰাযন্ত্ৰাভাবেই হোক নাইবা বিপ্লবাদিৰ কাৰণেই হোক কিছুমান সুন্দৰ সুন্দৰ পুথি নষ্ট হৈ গৈছে। অলপ আচৰপ যি বাকী আছে তাকো প্ৰকাশ কৰা নানা অসুবিধা। অসমীয়া প্ৰাচীন কবিসকলে লিখা পুথিবোৰ যদি আজি আমাৰ সাহিত্য ভড়ালত থাকিলহেঁতেন তেনেহলে বাংলাৰ সাহিত্য ভড়ালতকৈ আসাম সাহিত্য ভড়াল কোনো গুণে হীন নহলহেঁতেন। আসাম পৰ্য্যটক, আসামৰ সকলো বিষয় ভু লওঁতা, আসাম [illegible] ৰচক শ্ৰীযুত বিজয় ভূষণ ঘোষ চৌধুৰী মহাশয়ে তেখেতৰ ২য় ভাগ আসাম প্ৰসঙ্গৰ ৮০ পৃষ্ঠাত লিখিছে "আসামৰ সাহিত্য বাংলাৰ সাহিত্যতকৈ কোনো গুণে হীন নহয়"। তেখেতৰ এই গবেষণা পূৰ্ণ কথাটি আমি নতৈ শলাগিছোঁ।

এই বুঢ়া-ভাইৰ্ পুথিখনি মঙ্গলদই অঞ্চলৰ শ্ৰীযুত চন্দ্ৰমল দত্ত চৌধুৰী মৌজাদাৰ মহাশয়ৰ সহায়ত সংগ্ৰহ

দেখিয়োক ৰামচন্দ্ৰ হৰি বানৰে সহিতে মিত্ৰ কৰি
লঙ্কায়ে সহিতে ৰাৱণক বধিলাহা ॥
বিষ্ঠা মুত্ৰ কৰি নোধৱয় অশুচি বানৰ দুৰাশয়
তাঙ্ক গলে বান্ধি ধৰিলন্ত কৃপাময় ।
হনুমন্ত আদি বীৰবৰ নাহি নাহি তযু শ্ৰেষ্ঠতৰ
পৰম মহন্ত যাত পৰে নাহিকয় ॥
গুহ চাণ্ডালক সাবটিলা তাৰ ভক্তি দেখি তুষ্ট ভৈলা
পৰম ঈশ্বৰ দেৱতাৰ আদি দেৱ ।
ভকতিত বৈশ্য ভগৱন্ত জাতি কুল নৈয়া নৰাচন্ত
তৰিলা বানৰ ৰামক কৰিয়া সেৱ ॥
আৰু কথা কহো শুনিয়োক সামাজিক সব যত লোক
এক চিত্ত কৰি পৰম আনন্দ মনে ।
সৃষ্টিৰ আদ্যত বুলিলন্ত নাৰায়ণ দেৱ ভগৱন্ত
দ্বীপ নামে ঈশ্বৰক পাছে চাই চাই ।
ৰমণ দ্বীপক চলা তুমি নিশ্চয় কৰিয়া কৈলো আমি
মোৰ আজ্ঞা পালি সৃষ্টি প্ৰবৰ্ত্তায়া যাই ॥
হেনশুনি দ্বীপ নাৰায়ণ চলি গৈলা ৰঙ্গে তেতিক্ষণ
পৰম আনন্দে সৃষ্টি কৰিবাক লৈলা ।
শুনা তাত পাছে যেন ভৈলা তাৰ তিন পুত্ৰ উপজিলা
পৰিলা বিপাকে সৃষ্টিত ৰহি থাকিলা ॥
ভাৰ্য্যা পুত্ৰৰ সঙ্গ পাইলা ঈশ্বৰক লগ নপাইলা
শুনা সাধু সব আৰ কিবা কৈবো কথা ।

দশম স্কন্ধত দশজন    ঈশ্বৰ দেখিয়ো সৰ্ব্বজন
দৈৱকী পুত্ৰক দুই চক্ষু দেখি তথা ॥
ঈশ্বৰ কৃষ্ণৰ তনু দ্বিজ    তেন্তে অনাথৰ ঘৰ নিজ
সাক্ষী লৈয়ো আক দশম স্কন্ধক চাই।
পশু-পক্ষী কাটি পূজা কৰে    নৰকত গৈয়া পাছে পৰে
একো কালে তাৰ গতি নাই নাই নাই॥
আৰু এক কথা কহো আমি    শুনিও পণ্ডিত সব তুমি
তাত তোৰা সবে নকৰিবা অসন্তোষ।
কহিলোহো আমি শাস্ত্ৰ সাৰ    বিচাৰি লৈয়োক তত্ত্ব আৰ
চৰণত ধৰোঁ নধৰিবা কিছু দোষ॥

## পদ

আত অনন্তৰে শুনা সভাসদ চয়।
আছিলেক পূৰ্ব্বে এক বাঞ্ছিৰ তনয়॥
কাক বোলে বাঞ্ছিৰ তনয় কোনজন।
শুনিয়োক পণ্ডিত সব থিৰ কৰি মন॥
উচ্ছ হৈয়া ৰঙ্গে তাল বাদ্যক বজান্ত।
পৱনৰ জৰিতে তিনিও শুনিচন্ত॥
হেনশুনি পণ্ডিতৰ মনত সংশয়।
নপাইলন্ত কেহো আৰ অৰ্থক নিশ্চয়॥

দেখিয়োক ৰামচন্দ্ৰ হৰি বানৰে সহিতে মিত্ৰ কৰি
লঙ্কায়ে সহিতে ৰাৱণক বধিলাহা ॥
বিষ্ঠা মুত্ৰ কৰি নোধৰয় অশুচি বানৰ দুৰাশয়
তাঙ্ক গলে বান্ধি ধৰিলন্ত কৃপাময় ।
হনুমন্ত আদি বীৰবৰ নাহি নাহি তয়ু শ্ৰেষ্ঠতৰ
পৰম মহন্ত যাত পৰে নাহিকয় ॥
গুহ চাণ্ডালক সাবটিলা তাৰ ভক্তি দেখি তুষ্ট ভৈলা
পৰম ঈশ্বৰ দেৱতাৰ আদি দেৱ ।
ভকতিত বৈশ্য ভগৱন্ত জাতি কুল লৈয়া নবাচন্ত
তৰিলা বানৰ ৰামক কৰিয়া সেৱ ॥
আৰু কথা কহো শুনিয়োক সামাজিক সব যত লোক
এক চিত্ত কৰি পৰম আনন্দ মনে ।
সৃষ্টিৰ আদ্যত বুলিলন্ত নাৰায়ণ দেৱ ভগৱন্ত
দ্বীপ নামে ঈশ্বৰক পাছে চাই চাই ।
ৰমণ দ্বীপক চলা তুমি নিশ্চয় কৰিয়া কৈলো আমি
মোৰ আজ্ঞা পালি সৃষ্টি প্ৰবৰ্ত্তায়া যাই ॥
হেনশুনি দ্বীপ নাৰায়ণ চলি গৈলা ৰঙ্গে তেতিক্ষণ
পৰম আনন্দে সৃষ্টি কৰিবাক লৈলা ।
শুনা তাত পাছে যেন ভৈলা তাৰ তিন পুত্ৰ উপজিলা
পৰিলা বিপাকে সৃষ্টিত ৰহি থাকিলা ॥
ভাৰ্য্যা পুত্ৰৰ সঙ্গ পাইলা ঈশ্বৰক লগ নপাইলা
শুনা সাধু সব আৰ কিবা কৈবো কথা ।

দশম স্কন্ধত দশজন ঈশ্বৰ দেখিয়ো সৰ্ব্বজন
দৈৱকী পুত্ৰক দুই চক্ষু দেখি তথা ॥
ঈশ্বৰ কৃষ্ণৰ তনু দ্বিজ তেন্তে অনাথৰ ঘৰ নিজ
সাক্ষী লৈয়ো আৰু দশম স্কন্ধক চাই।
পশু-পক্ষী কাটি পূজা কৰে নৰকত গৈয়া পাছে পৰে
একো কালে তাৰ গতি নাই নাই নাই ॥
আৰু এক কথা কহো আমি শুনিও পণ্ডিত সব তুমি
তাত তোৰা সবে নকৰিবা অসন্তোষ।
কহিলোহো আমি শাস্ত্ৰ সাৰ বিচাৰি লৈয়োক তত্ত্ব আৰ
চৰণত ধৰোঁ নধৰিবা কিছু দোষ ॥

## পদ

আত অনন্তৰে শুনা সভাসদ চয়।
আছিলেক পূৰ্ব্বে এক বাঞ্জিৰ তনয় ॥
কাক বোলে বাঞ্জিৰ তনয় কোনজন।
শুনিয়োক পণ্ডিত সব থিৰ কৰি মন ॥
উচ্চ হৈয়া ৰঙ্গে তাৰ বাদ্যক বজান্ত।
পৰনৰ জৰিতে তিনিও শুনিচন্ত ॥
হেনশুনি পণ্ডিতৰ মনত সংশয়।
নপাইলন্ত কেহো আৰ অৰ্থক নিশ্চয় ॥

দেখিয়োক ৰামচন্দ্ৰ হৰি বানৰে সহিতে মিত্ৰ কৰি
লঙ্কায়ে সঙ্গিতে ৰাৱনক বধিলাহা ॥
বিষ্ঠা মুত্ৰ কৰি নোধৱয় অশুচি বানৰ দুৰাশয়
তাঙ্ক গলে বান্ধি ধৰিলন্ত কৃপাময় ।
হনুমন্ত আদি বীৰবৰ নাহি নাহি তযু শ্ৰেষ্ঠতৰ
পৰম মহন্ত যাত পৰে নাহিকয় ॥
গুহ চাণ্ডালক সাবটিলা তাৰ ভক্তি দেখি তুষ্ট ভৈলা
পৰম ঈশ্বৰ দেৱতাৰ আদি দেৱ ।
ভকতিত বৈশ্য ভগৱন্ত জাতি কুল লৈয়া নবাচন্ত
তৰিলা বানৰ ৰামক কৰিয়া সেৱ ॥
আৰু কথা কহো শুনিয়োক সামাজিক সব যত লোক
এক চিত্ত কৰি পৰম আনন্দ মনে ।
সৃষ্টিৰ আদ্যত বুলিলন্ত নাৰায়ণ দেৱ ভগৱন্ত
দ্বীপ নামে ঈশ্বৰক পাছে চাই চাই ।
ৰমণ দ্বীপক চলা তুমি নিশ্চয় কৰিয়া কৈলো আম্মি
মোৰ আজ্ঞা পালি সৃষ্টি প্ৰবৰ্ত্তায়া যাই ॥
হেনশুনি দ্বীপ নাৰায়ণ চলি গৈলা ৰঙ্গে তেতিক্ষণ
পৰম আনন্দে সৃষ্টি কৰিবাক লৈলা ।
শুনা তাত পাছে যেন ভৈলা তাৰ তিন পুত্ৰ উপজিলা
পৰিলা বিপাকে সৃষ্টিত ৰহি থাকিলা ॥
ভাৰ্য্যা পুত্ৰৰ সঙ্গ পাইলা ঈশ্বৰক লগ নপাইলা
শুনা সাধু সব আৰ কিবা কৈবো কথা ।

দশম স্কন্ধত দশজন ঈশ্বৰ দেখিয়ো সৰ্ব্বজন
দৈৱকী পুত্ৰক দুই চক্ষু দেখি তথা ॥
ঈশ্বৰ কৃষ্ণৰ তনু দ্বিজ তেন্তে অনাথৰ ঘৰ নিজ
সাক্ষী লৈয়ো আৰু দশম স্কন্ধক চাই।
পশু-পক্ষী কাটি-পূজা কৰে নৰকত গৈয়া পাছে পৰে
একো কালে তাৰ গতি নাই নাই নাই ॥
আৰু এক কথা কহো আমি শুনিও পণ্ডিত সব তুমি
তাত তোৰা সবে নকৰিবা অসন্তোষ।
কহিলোহো আমি শাস্ত্ৰ সাৰ বিচাৰি লৈয়োক তত্ত্ব আৰ
চৰণত ধৰোঁ নধৰিবা কিছু দোষ ॥

## পদ

আত অনন্তৰে শুনা সভাসদ চয়।
আছিলেক পূৰ্ব্বে এক বাঞ্জিৰ তনয় ॥
কাক বোলে বাঞ্জিৰ তনয় কোনজন।
শুনিয়োক পণ্ডিত সব থিৰ কৰি মন ॥
উচ্চ হৈয়া ৰঙ্গে তাল বাদ্যক বজান্ত।
পবনৰ জৰিতে তিনিও শুনিচন্ত ॥
হেনশুনি পণ্ডিতৰ মনত সংশয়।
নপাইলন্ত কেহো আৰ অৰ্থক নিশ্চয় ॥

স্থন্দা যুগ বিপি যুগ আৰু যুগ কৰ্ম্ম।
তাৰে লোক সবে সদা কৰি কৰ্ম্ম ধৰ্ম্ম ॥
ব্ৰহ্মাণ্ড ঈশ্বৰ সেহি কালে আছিলন্ত।
তাহান চৰণে লোকে সদায়ে চিন্তন্ত ॥
তাহাৰ উপাৰে আছিলে যুগ চাৰি।
আছিলেক সেহিকালে কদম্ব মুৰাৰি ॥
ৰবি চণ্ড নামে যুগ আৰু যুগ কাল।
আছিল পৰশুদ্ধ যুগ কৃত মাল ॥
আছিলন্ত যুগ শুনা আৰু তাত পৰে।
যুগন্ধৰ নামে সৃষ্টি কৰন্ত ঈশ্বৰে ॥
হৰি কূৰ্ত্ত নামে যুগ আৰু যুগন্ধৰ।
শ্ৰী যুগ নামে আৰু যুগৰ ঈশ্বৰ ॥
ইহাৰ উপৰে যুগ শুনা নৰেশ্বৰ।
শ্ৰীধৰ নামেসে এই যুগ ঈশ্বৰৰ ॥
কৰে দান পুণ্য প্ৰজা সবে শুদ্ধ মনে।
নাই চোৰ চোৰলোক ধৰ্ম্মত প্ৰপুণ্য ॥
তাতে শ্ৰেষ্ঠ কৰি আৰু যুগ যে আছয়।
কাল কৃষ্ণ নামেতেহে সৃষ্টিক কৰয় ॥
আৰু শুনিয়োক যুগ তাত পৰে আছে।
এহি বুলি কহিবে লাগিলা কথা পাছে ॥
ঋষি যুগ বিতি যুগ যুগ কালন্তক।
বিষ্ণো কৃৰ্ত্তি নামে তাতে দেখে ঈশ্বৰক ॥

# নিবেদন।

অসমীয়া প্ৰাচীন কবিসকলে লিখা বহু সুন্দৰ সুন্দৰ পুথি নানা বিপ্লৱত আৰু নানা চলনাত পৰি নষ্ট হোৱা কথা শিক্ষিত মাত্ৰেই ভু পায়। সেই পুথিবোৰ অসমীয়া সাহিত্য ভড়ালত থকাহেঁতেন আসাম গৌৰব অক্ষুণ্ণ থাকিলহেঁতেন ই কাৰো অবিদিত নহয়। অৰ্থাভাবেই হোক বা মুদ্ৰাযন্ত্ৰাভাবেই হোক নাইবা বিপ্লবাদিৰ কাৰণেই হোক কিছুমান সুন্দৰ সুন্দৰ পুথি নষ্ট হৈ গৈছে। অলপ অচৰপ যি বাকী আছে তাকো প্ৰকাশ কৰা নানা অসুবিধা। অসমীয়া প্ৰাচীন কবিসকলে লিখা পুথিবোৰ যদি আজি আমাৰ সাহিত্য ভড়ালত থাকিলহেঁতেন তেনেহলে বাংলাৰ সাহিত্য ভড়ালতকৈ আসাম সাহিত্য ভড়াল কোনো গুণে হীন নহলহেঁতেন। আসাম পৰ্য্যাতক, আসামৰ সকলো বিষয় ভু লওঁতা, আসাম প্ৰসঙ্গ ৰচক শ্ৰীযুত বিজয় ভূষণ ঘোষ চৌধুৰী মহাশয়ে তেখেতৰ ২য় ভাগ আসাম প্ৰসঙ্গৰ ৮০ পৃষ্ঠাত লিখিছে "আসামৰ সাহিত্য বাংলাৰ সাহিত্যতকৈ কোনো গুণে হীন নহয়"। তেখেতৰ এই গবেষণা পূৰ্ণ কথাটি আমি নকৈ শলাগিছোঁ।

এই বুঢ়া-ভাইয়্ পুথিখনি মঙ্গলদই অঞ্চলৰ শ্ৰীযুত চন্দ্ৰমল দত্ত চৌধুৰী মৌজাদাৰ মহাশয়ৰ সহায়ত সংগ্ৰহ

দেৱতাৰ দেৱ তুমি পৰম ঈশ্বৰ।
মায়া কৰি আছা ইটো নাট ঈশ্বৰৰ ॥
এহিবুলি ৰহিলা নৃপতি মহামতি।
আৰু এক কথা কহো শুনিও সম্প্ৰতি ॥
শঙ্কৰে বোলন্ত শুনিয়োক বিপ্ৰতম।
দেৱোত ভকত তোৰা পণ্ডিত উত্তম ॥
কোন স্থানে ঈশ্বৰক পূজা কৰা তোৰা।
ভালমতে কহা গুৰু শুনোহো আমৰা ॥
হেন শুনি কহিবে লাগিলা বিপ্ৰবৰ।
চৰণত পূজা আমি কৰোহোঁ কৃষ্ণৰ ॥
তান কথা শুনি দেৱ শঙ্কৰে বোলন্ত।
জন্মিলাহা তোৰা সব কৃষ্ণৰ মুখত ॥
এতেকে কৃষ্ণৰ মুখে পূজিবে লাগয়।
শূদ্ৰৰ থানত কেনে পূজা মহাশয় ॥
শূদ্ৰৰ থানত পূজা কৰা কিবা জানি।
শূদ্ৰকেসে পূজা শুনিচাহা মহামানি ॥
বুঢ়া ভাষ্য শাস্ত্ৰত আছয় ইটো কথা।
ৰবি পুৰাণক চাই দেখিয়োক তথা ॥
সেৱা নমস্কাৰ পূজা কৰিবাৰ ঠাই।
চৰণত পূজা বিনে আন ঠাই নাই ॥
এতেকে উত্তম শূদ্ৰ ভকত জানিবা।
মোৰ কথা দুই নুই মনত কৰিবা ॥

শ্রীধৰ স্বামীয়ে কিছু অন্যায় কৰিলা।
শূদ্ৰক ঠেলিয়া ভাষ্য টীকাক জুৰিলা ॥
ভগবান পুৰাণত পূৰ্ব্বাপৰে নয়।
মনে জুৰি কৰিলন্ত তথাপি বঢ়াই ॥
বোলে ভৰি ধোৱা পানী যথাত থাকয়।
শূদ্ৰ সব তথাতে থাকিবে যোগ্য হয় ॥
ব্ৰাহ্মণ কুলৰ বঢ়াই দেখায়া ভাগৱত।
টীকা কৰিলন্ত পাছে জুৰিয়া মনত ॥
বৈষ্ণৱ বন্দন এক শূদ্ৰ আছিলন্ত।
শ্ৰীধৰে সহিতে তুয়ো বাদ কৰিলন্ত ॥
শূদ্ৰ হেন বুলি তাঙ্ক বাদ কৰিলন্ত।
অন্ধ হুইয়া শ্লোকচয় শ্ৰীধৰে কৰন্ত ॥
বাদ কৰি তাহাঙ্ক জানিবে নোৱাৰিলা।
ক্ৰোধ কৰি ভাগৱত শ্লোকক বান্ধিলা ॥
[illegible] হৈয়া মনে তান সুখ শান্তি নাই।
কৰিলন্ত নানা শ্লোক মনে গুণি পাই ॥
ৰাজাৰ শৰণ যেন দিলা কোনো জীয়ে।
ভাগৱতে কহে বুলি মানিবেক তেবে ॥
আদি অনাদি কাক বুলিয়া কহয়।
শুনো ভাল কৰি আমি কহিয়ো নিশ্চয় ॥
হেন শুনি শ্লোক আনিলন্ত নিৰন্তৰ।
বোলে নাৰায়ণ দেৱ অনাদি ঈশ্বৰ ॥

দেৱতাৰ দেৱ তুমি পৰম ঈশ্বৰ।
মায়া কৰি আছা ইটো নাট ঈশ্বৰৰ॥
এহিবুলি ৰহিলা নৃপতি মহামতি।
আৰু এক কথা কহো শুনিও সম্প্ৰতি॥
শঙ্কৰে বোলন্ত শুনিয়োক বিপ্ৰতম।
দেৱীত ভকত তোৰা পণ্ডিত উত্তম॥
কোন স্থানে ঈশ্বৰক পূজা কৰা তোৰা।
ভালমতে কহা গুৰু শুনোহো আমৰা॥
হেন শুনি কহিবে লাগিলা বিপ্ৰবৰ।
চৰণত পূজা আমি কৰোহোঁ কৃষ্ণৰ॥
তান কথা শুনি দেৱ শঙ্কৰে বোলন্ত।
জন্মিলাহা তোৰা সব কৃষ্ণৰ মুখত॥
এতেকে কৃষ্ণৰ মুখে পূজিবে লাগয়।
শূদ্ৰৰ থানত কেনে পূজা মহাশয়॥
শূদ্ৰৰ থানত পূজা কৰা কিবা জানি।
শূদ্ৰকেসে পূজা গুনিচাহা মহামানি॥
বুঢ়া ভাষ্য শাস্ত্ৰত আছয় ইটো কথা।
ৰবি পুৰাণক চাই দেখিয়োক তথা॥
সেৱা নমস্কাৰ পূজা কৰিবাৰ ঠাই।
চৰণত পূজা বিনে আন ঠাই নাই॥
এতেকে উত্তম শূদ্ৰ ভকত জানিবা।
মোৰ কথা দুই মুই মনত কৰিবা॥

শ্ৰীধৰ স্বামীয়ে কিছু অন্যায় কৰিলা।
শূদ্ৰক ঠেলিয়া ভাষ্য টীকাক জুৰিলা ॥
ভগবান পুৰাণত পূৰ্ব্বাপৰে নয়।
মনে জুৰি কৰিলন্ত তথাপি বড়াই ॥
বোলে ভৰি ধোৱা পানী যথাত থাকয়।
শূদ্ৰ সব তথাতে থাকিবে যোগ্য হয় ॥
ব্ৰাহ্মণ কুলৰ বড়াই দেখায়া ভাগৱত।
টীকা কৰিলন্ত পাছে জুৰিয়া মনত ॥
বৈষ্ণৱ বন্দন এক শূদ্ৰ আছিলন্ত।
শ্ৰীধৰে সংহতে দুয়ো বাদ কৰিলন্ত ॥
শূদ্ৰ হেন বুলি তান্ক বাদ কৰিলন্ত।
অন্ধ হুইয়া শ্লোকচয় শ্ৰীধৰে কৰন্ত ॥
বাদ কৰি তাহান্ক জানিবে নোৱাৰিলা।
ক্ৰোধ কৰি ভাগৱত শ্লোকক বান্ধিলা ॥
লজ্জা হৈয়া মনে তান সুখ শান্তি নাই।
কৰিলন্ত নানা শ্লোক মনে গুণি পাই ॥
ৰাজাৰ শৰণ যেন দিলা কোনো জীৱে।
ভাগৱতে কহে বুলি মানিবেক তেবে ॥
আদি অনাদি কাক বুলিয়া কহয়।
শুনো ভাল কৰি আমি কহিয়ো নিশ্চয় ॥
হেন শুনি শ্লোক আনিলন্ত নিৰন্তৰ।
বোলে নাৰায়ণ দেৱ অনাদি ঈশ্বৰ ॥

বৃন্দা যুগ পিপি যুগ আৰু যুগ কৰ্ম্ম।
তবে লোক সবে সদা কৰি কৰ্ম্ম ধৰ্ম্ম ॥
ব্ৰহ্মাণ্ড ঈশ্বৰ সেহি কালে আছিলন্ত।
তাহান চৰণে লোকে সদায় চলন্ত ॥
তাহাৰ উপৰে আছিলে যুগ চাৰি।
আছিলেক সেহিকালে কদম্ব মুৰাৰি ॥
ৰবি চণ্ড নামে যুগ আৰু যুগ কাল।
আছিল পৰশুদ্ধ যুগ কৃত মাল ॥
আছিলন্ত যুগ শুনা আৰু তাত পৰে।
যুগঙ্কৰ নামে সৃষ্টি কৰন্ত ঈশ্বৰে ॥
হৰি কৃৰ্ত্ত নামে যুগ আৰু যুগঙ্কৰ।
ঈ যুগ নামে আৰু যুগৰ ঈশ্বৰ ॥
ইহাৰ উপৰে যুগ শুনা নৰেশ্বৰ।
শ্ৰীধৰ নামেসে এই যুগ ঈশ্বৰৰ ॥
কৰে দান পুণ্য প্ৰজা সবে শুদ্ধ মনে।
নাই চোৰ চোৰুলোক ধৰ্ম্মত প্ৰ[illegible] ॥
আতে শ্ৰেষ্ঠ কৰি আৰু যুগ যে আছয়।
কাল কৃষ্ণ নামেতেহে সৃষ্টিক কৰয় ॥
আৰু শুনিয়োক যুগ তাত পৰে আছে।
এহি বুলি কহিবে লাগিলা কথা পাছে ॥
ঋষি যুগ বিতি যুগ যুগ কালন্তক।
বিষ্ণো কৃৰ্ত্তি নামে তাতে দেখে ঈশ্বৰক ॥

নৈষ্ঠৰন্তি নামে যুগ আৰু যুগ মানি।
শনি যুগ নামে আৰু ভৈলা শেষ কানি॥
মোৰ কথা হে মুই বিচাৰি চায়োক।
অল্প কৰি কহো আমি তাক শুনিয়োক॥
এহি মতে সাতাইশ্ যুগৰ কথা কৈলা।
পুনৰপি আৰু কথা কহিবাক লৈলা॥
শুনা মহাৰাজা কথা আত অনন্তৰে।
যেন মতে ৰহি আছে পৃথিবী সাগৰে॥
সবাৰে তলত ঈশ ভ্ৰবিৰ আছয়।
সসাগৰা মহীক তেহেন্তে ধৰিছয়॥
পূৰ্ব্ব শক্তি নাৰায়ণে তাহাঙ্ক দিলন্ত।
এতেকেসে সসাগৰা ধৰিয়া আছন্ত॥
ভ্ৰবিৰে ধৰিয়া দেখা আছে বিশালক।
বিশাল ঈশ্বৰে ধৰি আছে অনলক॥
অনলে ধৰিয়া আছে ভেকো ঈশ্বৰক।
ভেকো ধৰি আছয় যে ঈশ্বৰ কুৰ্ম্মক॥
কুৰ্ম্মৰ পিষ্টিত ৰহি আছয় অনন্ত।
অনন্তৰ ওপৰে বিৰাট ভগৱন্ত॥
বিৰাটৰ উৰ্দ্ধে কল্প নাদক নিশ্চয়।
কল্প নাদ হন্তে যে ঈশ্বৰ মহাশয়॥
নলা হন্তে বৈতৰণী নদী বহি যাই।
চৌৰাশি নৰক তাতে পাপীক ভুঞ্জাই॥

বৃন্দা যুগ পিপি যুগ আৰু যুগ কৰ্ম্ম।
তবে লোক সবে সদা কৰি কৰ্ম্ম ধৰ্ম্ম ॥
ব্ৰহ্মাণ্ড ঈশ্বৰ সেই কালে আছিলন্ত।
তাহান চৰণে লোকে সদায় চলন্ত ॥
তাহাৰ উপৰে আছিলে যুগ চাৰি।
আছিলেক সেইকালে কদম্ব মুৰাৰি ॥
ৰবি চণ্ড নামে যুগ আৰু যুগ কাল।
আছিল পৰশুদ্ধ যুগ কৃত মাল ॥
আছিলন্ত যুগ শুনা আৰু তাত পৰে।
যুগন্ধৰ নামে সৃষ্টি কৰন্ত ঈশ্বৰে ॥
হৰি কুৰ্ত্ত নামে যুগ আৰু যুগন্ধৰ।
ঈ যুগ নামে আৰু যুগৰ ঈশ্বৰ ॥
ইহাৰ উপৰে যুগ শুনা নৰেশ্বৰ।
শ্ৰীধৰ নামেসে এই যুগ ঈশ্বৰৰ ॥
কৰে দান পুণ্য প্ৰজা সবে শুদ্ধ মনে।
নাই চোৰ চোৰলোক ধৰ্ম্মত প্ৰবীণে ॥
আতে শ্ৰেষ্ঠ কৰি আৰু যুগ যে আছয়।
কাল কৃষ্ণ নামেতেহে সৃষ্টিক কৰয় ॥
আৰু শুনিয়োক যুগ তাত পৰে আছে।
এহি বুলি কহিবে লাগিলা কথা পাছে ॥
ঋষি যুগ বিতি যুগ যুগ কালন্তক।
বিষ্ণো কৃৰ্ত্তি নামে তাতে দেখে ঈশ্বৰক ॥

বৈবস্বত নামে যুগ আৰু যুগ মানি।
ঋষি যুগ নামে আৰু ভৈলা যেক কালি॥
মোৰ কথা হৈ তুই বিচাৰি চায়োক।
অল্প কৰি কহো আমি তাক শুনিয়োক॥
এহি মতে সাতাইশ্ যুগৰ কথা কৈলা।
পুনৰপি আৰু কথা কহিবাক লৈলা॥
শুনা মহাৰাজা কথা আত অনন্তৰে।
যেন মতে ৰহি আছে পৃথিবী সাগৰে॥
সবাৰে উপৰে ঈশ ধ্ৰুবিৰ আছয়।
সসাগৰা মহীক তেহেন্তে ধৰিছয়॥
পূৰ্ব্ব শক্তি নাৰায়ণে তাহাক দিলন্ত।
এতেকেসে সসাগৰা ধৰিয়া আছন্ত॥
ধ্ৰুবিৰে ধৰিয়া দেখা আছে বিশালক।
বিশাল ঈশ্বৰে ধৰি আছে অনলক॥
অনলে ধৰিয়া আছে ভেকো ঈশ্বৰক।
ভেকো ধৰি আছয় যে ঈশ্বৰ কুৰ্ম্মক॥
কুৰ্ম্মৰ পিষ্ঠিত ৰহি আছয় অনন্ত।
অনন্তৰ ওপৰে বিৰাট ভগৱন্ত॥
বিৰাটৰ উৰ্দ্ধে কল্প নাদক নিশ্চয়।
কল্প নাদ হন্তে যে ঈশ্বৰ মহাশয়॥
নলা হন্তে বৈতৰণী নদী বহি যাই।
চৌৰাশি নৰক তাতে পাপীক ভুজাই॥

বিৰাটৰ দুই বাহু দুই অনুৰাত।
আঠখান পৰ্ব্বতক ধৰিয়া আছন্ত॥
কান্ধে গন্ধমাদন পৰ্ব্বত অতিশয়।
পশ্চিমত মাল্যৱন্ত উকত জলয়॥
অনন্তৰ মুখত আঠ গোট গিৰি।
আঠগোটা দিগজে তাহাতে আছে ধৰি॥
ইসব কথাক আৰে এহি মানে থওঁ।
শুনা সভাসদ কথা আতপৰে কওঁ॥
পৰম ৰহস্য ইটো কথা মাধৱৰ।
আছে অৰ্থ আত ভাগৱত পুৰাণৰ॥
যিটো পাপীনৰে আক অৱজ্ঞা কৰয়।
কোটি কোটি জন্ম সিটো নৰকে পচয়॥
আক এক চিত্তে যিটো শুনে শ্ৰদ্ধা কৰি।
পাতেক মুকুত হয়ে আপুনি নিস্তাৰি॥
কলিত তৰিবা যেবে ধৰা নাম ভাটি।
ভুঠি মাৰি যায়ো যম লেখনক কাটি
শ্ৰৱন কীৰ্ত্তন ইটো প্ৰধান ভকতি।
ইহ পৰলোকে মোৰ শঙ্কৰেসে গতি॥
দৈৱকী নন্দন বিনে দেৱ নাই নাই।
নলৈলোহো পাপী হেন ৰাম নাম পাই॥
কৃপাময় গুৰু আৰে মোক কৰা দয়া।
নাম দান কৰা আৰে দূৰ হোক মায়া॥

কহয় পুনঃপোত্তমে গুরু পায়ে ধৰি।
সকল সমাজে ডাকি বোলা হৰি হৰি॥



## ছবি।

শুনিয়োক আৰে আৰ কাহাৰ শকতি তাৰ
কহিবেক অৰ্থক নিশ্চয়।
তথাপিতো কিছুমান কহোঁ শুনা সাৱধান
যিবা মোৰ মনত পৰয়॥
শুনা ৰাজা অনুপাম কৃষ্ণ যশ গুণ নাম
এহি বুলি কহিবাক লৈলা।
ৰলু ধৰ ৰলু মালা ৰলু মণি দ্বীপ কৈলা
বিচাৰি বেকত কৰি থৈলা॥
শুনা নাম বিদ্যমান ই থানে ঈশ্বৰ প্ৰাণ
পৰক দায়ায়ে পূৰা মন।
শ্ৰীশঙ্কৰ নিগদতি শুনিয়োক নৰপতি
তাসবাৰ যেহেন ব্যাখান॥
যোগেশ্বৰ কামেশ্বৰ নামে গদেশ্বৰ হৰি
যুগে যুগে আছা অৱতৰি।
কহিবেক কোনে নাম কথা ইটো অনুপাম
কহিলোহো কথা অল্প কৰি॥

পৰম মহন্ত ইটো ঈশ্বৰৰ পাৰিষদ
আকাৰ ইকাৰ কৰি লৈলা।
শুনা আৰে কথা আৰ নাৰায়ণ দেৱ সাৰ
সবাৰে কৰুণা তেন্তে ভৈলা ॥
নিজ দাস কৰি লৈলা ভৃত্যৰ সঙ্গত গৈলা
লোকক দয়ালু কৃপাময়।
দুই মতে দুই জনে বিচাৰ কৰিয়া মনে
ভাগৱত শাস্ত্ৰত আছয় ॥
এক জন কবি ধৰি অৰ্থ নপাৰয় আৰ
বুঢ়া-ভাষ্য অৰ্থ আক কয়।
কহিবে লাগিলা যবে নিশবদ ভৈলা তেবে
অৰ্থ শুনি মানয় বিস্ময় ॥
স্বৰূপ কহিলো আমি শুনিয়োক মহামানি
ইসব কথাক আৰে থওঁ।
শুনিয়োক সভাসদ হুয়ো সবে নিশবদ
ভাষ্যৰ পৰম কথা কওঁ ॥
সংসাৰ সিন্ধুক লৈয়া ঢাকক সজাইলো গৈয়া
চাইলো তাক পিম্পৰাৰ চালে।
মোহৰ নাৰীক লৈয়া তিনিলোক ভেদি গৈয়া
জেলুকৰ হাৰে যে কোবাইলে ॥
সমা বুলি ভক্ত কৈলে হৰি নামে সিন্ধু ভৈলে
গুৰুকে বোলয় বৰ ঢাক।

গৰ্ব্বসন্ত ভৈল হাৰ পিন্দাৰা প্ৰসন্ত যত
জানিবা নিশ্চয় কৰি আৰ ॥
নজানয় শাস্ত্ৰমত নপাৰয় অৰ্থ তত্ত্ব
নপাৰয় অৰ্থ কেহো তাৰ ।
আনমতে যদি যাই ইকথা মনত নাই
জানিবেক শকতি কাহাৰ ॥
ইটো কলি কালে সাৰ নাম বিনে নাহি আৰ
নাম এৰি কৰ্ম্ম ধৰ্ম্ম কৰে ।
ধৰিবে পাষণ্ড মতি তাৰ আৰ নাহি গতি
প্ৰবৰ্ত্তিব লোক বিভিচাৰে ॥
ব্ৰাহ্মণ ক্ষত্ৰিয় বৈশ্য শূদ্ৰসব আছে যত
সবে যাই হৈব একাকাৰ ।
এ হৈয়া নবাছিব সবে এক ভবে খাইব
কি কহিব কথা আমি তাৰ ॥
কলিৰ শেষত পাছে বামসত্য যুগ হৈব
প্ৰবৰ্ত্তিব লোক শুদ্ধ ধৰ্ম্মে ।
হৰিত ভকতি ধৰি যাইব লোক মায়া তৰি
নকৰিবে ৰতি কেহো কৰ্ম্মে ॥
ই দেহ যাইবেক চলি নৌশাৰ যানত চৰি
মৰিবাক যেন নালাগয় ।
তৈৰপৰা আসিবেক এৰেপৰা যাইবে তৈক
চকি ঘাটে যেন নপাৰয় ॥

হেন পন্থ মেলি দিবো  মোৰ ভক্ত নিস্তাৰিবো
    যিটো শুক্ল বোধ কৰে মোক।
আন পন্থ আচৰিয়া  মুকুতি পাইবেক গৈয়া
    থাকিবেক আন থানে লোক॥
নপাৰয় নিজ সুখ  কৰে মাৰে মন দুখ
    বোলে আমি কি কাম কৰিলোঁ।
ঐকান্তিক সুখ আজি  মুকুতি সুখক লাগি
    ৰস ময় ভকতি এৰিলোঁ॥
এহি বুলি মুক্ত সবে  দুখক কৰয় মনে
    আপুনাক গৰিহা কৰিয়া।
এহি কথা কহি ৰৈলা  শুনা আৰু যেন ভৈলা
    কহে কৃষ্ণ হৃদয়ে ধৰিয়া॥
দেৱৰ অমৃত যেন  আন জনে নপাৰয়
    সেহি মতে ইহাক জানিবা।
যুগ নামে সীমাধৰ  নাম কোহো ঈশ্বৰৰ
    মহাদেৱ সমে দুয়ো কৈলা॥
মহাদেৱে সুধিলন্ত  যুগ সীমা ঈশ্বৰত
    তুমি কোন ভকতিক কৰা।
কোন ঈশ্বৰক পুজা  কোন ঈশ্বৰক যজা
    কৈয়ো কাৰ মতক আচৰা॥
যুগ সীমা মহা মানি  কৈৰে লৈলা হেন শুনি
    থিৰ মন কৰি হেন জানি।

শুনা তুমি মহাদেৱ　　কৰোহো বিষ্ণুক সেৱ
　　জানি আমি ইটো বেদ বাণী ॥
গাওঁ তান গুণ নাম　　তেন্তে জগতৰে ধাম
　　তান মায়া মুহি আছে লোক।
আসি বিদ্ধ নৰ বিদ্ধ　　কহিলন্ত সীমা নিদ্ধ
　　বিনা জনে শুনৈ মানৈ তাক ॥
শুনি মহা মহেশ্বৰ　　বোলে শুনা সীমান্তৰ
　　মূল বিত্ত খানি হৰুৱাইলা।
একান্ত শৰণ নাম　　লৈয়ো তুমি অবিশ্ৰাম
　　কৰ্ম্ম পন্থ কিসক ধৰিলা ॥
কেৱল ভকতি ধৰা　　মোৰ বাক্য তুমি কৰা
　　আগম নিগম তত্ত্ব সাৰ।
মিছা বেদ কৰ্ম্ম কৰি　　সংসাৰ ভ্ৰমিয়া মৰি
　　একো কালে গতি নাই তাৰ ॥
হৰি ভক্তি পৰি হৰি　　ফুৰে মিছা বাদ কৰি
　　দেখা সবে পাষণ্ড আচাৰ।
মহা মূঢ়মতি ধম　　নলৱে হৰিৰ নাম
　　আপুনা আপুনি গৈল মাৰ ॥
বলু সাগৰক পাই　　তাহাক মনত নাই
　　ফুৰে সবে শামুক বিচাৰি।
শাস্ত্ৰ সব ভাৰ তাৰ　　নপাৰে সংসাৰ পাৰ
　　মন তাৰ মুহিলেক নাৰী ॥

হেন পন্থ মেলি দিবো গোব ভক্ত নিস্তাবিবো
যিটো শুক বোধ কবে মোক।
আন পন্থ আচবিয়া মুকুতি পাইবেক গৈয়া
থাকিবেক আন থানে লোক॥
নপাবয় নিজ সুখ কবে মবে মন দুখ
বোলে আমি কি কাম কবিলোঁ।
ঐকান্তিক সুখ আজি মুকুতি সুখক লাগি
বস ময় ভকতি এবিলোঁ॥
এহি বুলি মুক্ত সবে দুখক কবয় মনে
আপুনাক গবিহা কবিয়া।
এহি কথা কহি বৈলা শুনা আক যেন ভৈলা
কহে কৃষ্ণ হৃদয়ে ধবিয়া॥
দেৱব অমৃত যেন আন জনে নপাবয়
সেহি মতে ইহাক জানিবা।
যুগ নামে সীমাধব নাম কোহো ঈশ্ববব
মহাদেৱ সমে দুয়ো কৈলা॥
মহাদেৱে সুধিলন্ত যুগ সীমা ঈশ্বৰত
তুমি কোন ভকতিক কবা।
কোন ঈশ্ববক পূজা কোন ঈশ্ববক যজা
কৈয়ো কাব মতক আচবা॥
যুগ সীমা মহা মানি কৈবে লৈলা হেন শুনি
থিব মন কবি হেন জানি।

শুনা তুমি মহাদেৱ    কৰোহো বিষ্ণুক সেৱ
জানি আমি ইটো বেদ বাণী ॥
গাওঁ তান গুণ নাম    তেন্তে জগতৰে ধাম
তান মায়া মুহি আছে লোক ।
আসি বিদ্ধ নৱ বিদ্ধ    কহিলন্ত সীমা সিদ্ধ
বিনা জনে শুনৈ মানৈ তাক ॥
শুনি মহা মহেশ্বৰ    বোলে শুনা সীমান্ধৰ
মূল বিত খানি হৰুৱাইলা ।
একান্ত শৰণ নাম    লৈয়ো তুমি অৱিশ্রাম
কর্ম্ম পন্থ কিসক ধৰিলা ॥
কেৱল ভকতি ধৰা    মোৰ বাক্য তুমি কৰা
আগম নিগম তত্ত্ব সাৰ ।
মিছা বেদ কর্ম্ম কৰি    সংসাৰ ভ্ৰমিয়া মৰি
একো কালে গতি নাই তাৰ ॥
হৰি ভক্তি পৰি হৰি    ফুৰে মিছা বাদ কৰি
দেখা সবে পাষণ্ড আচাৰ ।
মহা মূঢ়মতিধম    নলৱে হৰিৰ নাম
আপুনা আপুনি গৈল মাৰ ॥
বলু সাগৰক পাই    তাহাক মনত নাই
ফুৰে সবে শামুক বিচাৰি ।
শাস্ত্ৰ সব ভাৰ তাৰ    নপাৰে সংসাৰ পাৰ
মন তাৰ মুহিলেক নাৰী ॥

যুগ ভেদি নাম গাই  তাহাৰ তৰনি নাই
যেবে হৰি ভকতি নকৰে।
কেৱলে শ্ৰবণ লই  গুছে তাৰ পাপ চয়
অপ্ৰয়াসে সংসাৰক তৰে॥
হেন কথা শুনি পাছে  সীমান্তৰে চাহি আছে
অনন্তৰে দুয়ো ঘৰে গৈলা।
আতপৰে শুনিয়োক  সভাসদ যত লোক
কহো শুনা আৰু যেন ভৈলা॥
তন নামে ঈশ্বৰৰ  কথা শুনা নাৰদৰ
দুইৰো সম্বাদ যেন ভৈলা।
নাৰদে বোলন্ত বাণী  শুনা তুমি মহামানি
কোন যুগে কোন নাম বৈলা॥
হেন শুনি তামেশ্বৰ  যি বৈলা মনত মোৰ
বোলে কিছু কহো শুনিয়োক।
শুনি আছো আমি যেন  তথু আগে কহো তেন
সুতুৰিনা তুমি শুনি মোক॥
সত্য ত্ৰেতা দ্বাপৰৰ  কৈলো কথা নিৰন্তৰ
আন যুগে আছে যত যত।
কলি যুগে নাম বিনে  নাহি নাহি ধৰ্ম্ম আন
কহি আছে সমস্ত শাস্ত্ৰত॥
সংসাৰ স্বৰূপে হৰি  কলিযুগে অৱতৰি
কেৱলে ভকতি প্ৰচাৰিলা।

ধৰিব ভকতে ধৰ্ম্ম     ধৰিবে দেবীৰ কৰ্ম্ম
শঙ্কৰক গুৰু মানি বৈলা ॥
চণ্ডাল পৰ্য্যন্ত কৰি     অন্ত জাতি আছে যত
সবে লোক হৈবেক ভকত ।
কৰিবেক দৃঢ় মতি     ব্ৰাহ্মণত কৰি আতি
হৈব অতি নিপুণ ধৰ্ম্মত ॥
কলি সম যুগ নাই     তথাপিতো আখি খাই
নভজিব দ্বিজ মহাচণ্ড ।
নিন্দিবে ভকতি ধৰ্ম্ম     কৰিবে দেবীৰ কৰ্ম্ম
গৰ্ব্ব সবে কৰয় পাষণ্ড ॥
শুনা সভাসদ লোক     নকৰিবা নিন্দা মোক
বোলোঁ৷ আমি চৰণত ধৰি ।
শাস্ত্ৰত দেখিলো৷ যেন     কহিলো৷ কৰিয়া তেন
ক্ষেমা মোক দোষ পৰি হৰি ।
মই মহা মূঢ়মতি     গুৰু পাৱে নাহি ৰতি
নভজিলো৷ কৃষ্ণৰ চৰণে ।
এহি দোষে তল গৈলো৷     বিষয়ত মজি ৰৈলো৷
তযু পাৱে পশিলো৷ শৰণ ॥
কৰি আছো৷ পাপ ঘোৰ     মই মহা সেৰা চোৰ
নলৈলোহো৷ মুখে তযু নাম ।
কহয় পুৰুষোত্তম     নাই পাপী মোৰ সম
নিৰন্তৰে বোলা ৰাম ৰাম ॥

## পদ ।

আত অনন্তরে আনে শুনিয়োঁ সর্ব্বথা ।
দুয়ো জনে আছে বসি কহি কৃষ্ণ কথা ॥
এহি মতে কতো বেলি আছে দুয়ো জন ।
গৈলন্ত আপুন থানে করি রঙ্গ মন ॥
ভারা সত্য পুরাণত কহিয়া আছয় ।
আরু কহো কথা শুনিয়োক মহাশয় ॥
কহি আছে মহাদেৱে পার্ব্বতীৰ আগে ।
যেন যেন কথা পাছে হৈব কলি যুগে ॥
পরম পাষণ্ড দ্বিজসব মন্দ মতি ।
নকরিব তারাসবে হরিত ভকতি ॥
ধরিবে পাষণ্ড মত এরিবে স্বধর্ম্ম ।
করিবে সদায়ে সবে দেবী পূজা কর্ম্ম ॥
জানি অনীশ্বর পূজা করি হৈব অধোগামী ॥
নিশ্চয় করিয়া কৈলো তযু আগে আমি ॥
ভারত বর্ষিবে লোক আছে যত যত ।
কলির যুগত সবে হৈবেক ভকত ॥
কলির যুগৰ সবে নির্ণয় কহিলা ।
আরু এক কথা পাছে পার্ব্বতী পুছিলা ॥
কোনে ধরি আছে ইটো সসাগরা মহী ।
কহিয়ো আমাত কেন মতে আছে রহি ॥

এতি শুনি মহেশ্বৰে হৰিক সুধিলা।
হৃদয় কুম্ভক ধৰি কহিবে লাগিলা॥
ঈশ্বৰৰ লীলা কোনে কহি পাৰে সীমা।
আদি অন্ত নাহি যাৰ অদ্ভুত মহিমা॥
তথাপিতো কিছুমান কহিবোহো আমি।
স্থিৰ-কৰ্ণ দিয়া শুনিয়োক তাক তুমি॥
সবাবো তলত জল সাগৰ আছয়।
তাৰ সীমা সংখ্যা কোনে কহিবে পাৰয়॥
তাহাতে গজিয়া আছে পদ্ম এক জাৰ।
আদি অন্ত সীমা কোনে কহিবেক তাৰ॥
সপ্ত দ্বীপ পৃথিবীক পাতে আছে জুৰি।
কোনে কহিবেক তাৰ কেত আছে গুৰি॥
পৰম কঠিন সিটো বজ্ৰ সমলয়।
অস্ত্ৰে শস্ত্ৰে কোনে তাক কাটিবে পাৰয়॥
তাৰ পাহি পাহি কৰ্ণিকাৰ নাহি সীমা।
কোনে কহিবেক তাৰ অদ্ভুত মহিমা॥
তাহাত বসিয়া আছে ত্ৰবিদ মহন্ত।
তাহাৰ মহিমা কহি কোনে পাৰে অন্ত॥
তাহাৰ উপৰে বসি তিনিজন আছে।
ভেকো কুৰ্ম্ম অনন্তক কহিলন্ত পাছে॥
তাত পাছে বিৰাট নগড় কথা কৈলা।
মেৰু দিগজক কহি এহি মতে বৈলা॥

হেন শুনি নৃপতিৰ মনত বিস্ময়।
আনো ভক্ত লোক যত নিজগে আছয়॥
ৰাজা প্ৰজা শুনি সবে এহি মতে আছে।
আক কথা শঙ্কৰে কহিবে লৈলা পাছে॥
দশদিকপাল যত দেৱ সমস্তয়।
পৱন সহস্ত তাৰা সব মহাশয়।
এক দিনা ক্ষীৰ সাগৰক সবে গৈলা।
হোম পূজা কৰি ঈশ্বৰক আৰাধিলা॥
হে শুনি কৃষ্ণ দেৱে আকাশত আসি।
আমসাক চাই পাছে বুলিলন্ত হাসি॥
হে ব্ৰহ্মা বিষ্ণু হৰ শুনা মোৰ বাণী।
তোমা সবে মোক আৰাধিলা কিবা জানি॥
হেন শুনি দেৱগণে হাহাকাৰ কৰি।
কহিবে লাগিলা সবে দণ্ডৱতে পৰি।
হে প্ৰভো পৃথিবীৰ দুখৰ কাৰণে।
গোচৰ কৰিলো তাতে তোমাৰ চৰণে॥
হেন শুনি ঈশ্বৰ পুৰুষ ভগৱন্ত।
আমস্বাক শুনাই হেন কথা কহিলন্ত॥
দৈৱকীৰ গৰ্ভে যাই আমি উপজিবো।
অনন্তক মোহোৰ সহায় কৰি নিবো॥
এহি বুলি প্ৰভু তৈতে মৌন হৈয়া ৰৈলা।
দশদিগ পাল থানে থানে চলি গৈলা॥

ইবাৰ কৰিবো বুলি জগত উদ্ধাৰ।
পূৰ্ণব্ৰহ্ম ভৈলা দৈৱকীত অৱতাৰ॥
আৰু কথা কহো শুনিয়োক মহামতি।
ব্ৰহ্মা হেন গৰু চোৰ কৰিলা সম্প্ৰতি॥
প্ৰথমতে পদ্ম কল্পে ব্ৰহ্মা উপজিলা।
তপকৰ হেন বাণী ব্ৰহ্মায়ে শুনিলা॥
এহি ব্ৰহ্মা বহুদিন তপকৰি আছে।
তেহে আসি গৰু চোৰ কৰিলন্ত পাছে॥
ক্ষীৰ সাগৰত যাক আৰধিলো আমি।
পৰীক্ষিয়া চাওঁ কিবা হোয়ে সেহি স্বামী॥
সিহেতু ব্ৰহ্মায়ে গৰু চুৰি কৰি থৈলা।
অনন্তৰে আপোন থানক চলি গৈলা॥
কৃষ্ণে কিকৰিলা বুলি আৰু বাৰ আইলা।
কৃষ্ণৰ অদ্ভুত বৰ মহিমা দেখিলা॥
পদ্ম কলপৰ পৰা এত দিন গৈলা।
ঈশ্বৰক পৰিচয় তথাপি নভৈলা॥
এতকাল মানে অভক্ততে আছিলন্ত।
কৃষ্ণৰ চৰণে আৰে শৰণ লৈলন্ত॥
সৃষ্টিৰ কাৰণ ব্ৰহ্মা একেন্তে নোহয়।
দুই জনে ব্ৰহ্মা আৰু জানিবা নিশ্চয়॥
ইসব কথাক আবে এহি মানে থওঁ।
শুনা সভাসদ কথা আত পাৰে কওঁ॥

কৰিলন্ত কৃষ্ণে আৰু ভোজন ব্যৱহাৰ।
অন্ন কৰি কিছু কথা কহো শুনা তাৰ ॥
আঙ্গুলিত ফল বামহাতে লৈয়া গ্ৰাস।
গোপ শিশু সকলক কৰি উপহাস ॥
কোন ফল আঙ্গুলিত্ত লৈলা দেৱ হৰি।
শুনিয়োক নৃপতি তাক মন থিৰ কৰি ॥
সুকুতি লভিয়া লোক আছে যত যত।
মোখজন্তে প্ৰভু নিয়া তাহাক্ক দিবন্ত ॥
এতেকেসে পূৰ্ণহৰি হাতে লৈলা তাক।
ভাগৱত বিচাৰি পাই কহিলোহো আক ॥
চয়পান বৈকুণ্ঠত শুতিয়া থাকন্ত।
যেনমতে বৃন্দাবনে আসি ভৈলা ভন্ত ॥
ব্ৰহ্মাদেৱে উৰ্দ্ধ মুখে স্তভাগ্য খণ্ডিলা।
অন্যায় বচন মহাদেৱে যে শুনিলা ॥
টান কৰি মাৰিলন্ত টোকৰ মুণ্ডত।
চিণ্ডি আসি পৃথিবীত ভৈলন্ত পৰ্ব্বত ॥
অন্য কোন গৈল সিতো শিলা ৰূপ ধৰি।
সেহিসে কাৰণে তাক পৰশীলা হৰি ॥
শুনা সভাসদ কথা আত অনন্তৰে।
আৰু কথা কহিবাক লৈলন্ত শঙ্কৰে ॥
দেৱ মত ঋষি মত আৰু ৰাজ মত।
এহি তিনি মতে পৰি আছে লোক যত ॥

একান্ত শৰণ দিটো কৃষ্ণত লোৱয়।
কৃষ্ণ বিনে আন দিটো দেৱ নেদেখয়॥
সনাতন যুগেতেহে ব্ৰহ্মা আছিলন্ত।
কৃষ্ণৰ চৰণতেহে সদায় সেৱন্ত॥
এক দিনা হৰি পূজা কৰিয়া আছন্ত।
বাতুল ঈশ্বৰ আসি তান্ক দেখিলন্ত॥
বোলে তুমি কাক পূজা কৈয়ো মহামতি।
আমাৰ আগত তুমি কহিয়ো সম্প্ৰতি॥
হেনশুনি ব্ৰহ্মা সবে কথা কহিলন্ত।
বাতুল ঈশ্বৰে শুনি দুনাই বুলিলন্ত॥
বোলে তুমি ঈশ্বৰক কেনমতে পূজা।
কৃষ্ণ বিনে আৰৰ নাহিকে আন দুজা॥
একান্ত শৰণে তুমি হৰিক ভজিয়ো।
কৃষ্ণ পাৱে আহি বৃক্ষ ভকতি কৰিয়ো॥
ইসব কথাকে আবে এহিমানে থওঁ।
তোক হৰি নামৰ যে কিছু কথা কওঁ॥
কলিৰ যুগত তেহেন্তেসে আছিলন্ত।
একদিন অনন্তৰ থানক গৈলন্ত॥
তান্ক দেখি অনন্তে বসিবে ঠাই দিলা।
কি কাৰ্য্যে আহিছা বুলি তাহান্ত পুছিলা॥
হেন শুনি নাৰদে কহিলা হাসি হাসি।
তযু দৰশন মনে আমি আছো আসি॥

কৰিলন্ত কৃষ্ণে আৰু ভোজন ব্যৱহাৰ।
অল্প কৰি কিছু কথা কহো শুনা তাৰ॥
আঙ্গুলিত ফল বামহাতে লৈয়া গ্ৰাস।
গোপ শিশু সকলক কৰি উপহাস॥
কোন ফল আঙ্গুলিত লৈলা দেৱ হৰি।
শুনিয়োক নৃপতি তাক মন থিৰ কৰি॥
সুকুতি লভিয়া লোক আছে যত যত।
লোখজন্তে প্ৰভু নিয়া তাহাঙ্ক দিবন্ত॥
এতেকেসে পূৰ্ণহৰি হাতে লৈলা তাক।
ভাগৱত বিচাৰি পাই কহিলোহো আক॥
চয়গান বৈকুণ্ঠত শুভিয়া থাকয়।
কেনমতে বৃন্দাবনে আসি লৈলা ভয়॥
ব্ৰহ্মাদেৱে উৰ্দ্ধ মুখে অভাগ্য বুলিলা।
অন্যায় বচন মহাদেৱে যে শুনিলা॥
টান কৰি মাৰিলন্ত টোকৰ মুণ্ডত।
চিৰি আসি পৃথিবীত ভৈলন্ত পৰ্ব্বত॥
অন্য কোন গৈল নিতো শিলা ৰূপ ধৰি।
সেহিসে কাৰণে তাক পৰশিলা হৰি॥
শুনা সভাসদ কথা আত অনন্তৰে।
আৰু কথা কহিবাক লৈলন্ত শঙ্কৰে॥
দেৱ মত ঋষি মত আৰু ৰাজ মত।
এহি তিনি মতে পৰি আছে লোক যত॥

একান্ত শৰণ যিটো কৃষ্ণত লোৱয়।
কৃষ্ণ বিনে আন যিটো দেৱ নেদেখয় ॥
সনাতন যুগেতেহে ব্ৰহ্মা আছিলন্ত।
কৃষ্ণৰ চৰণতেহে সদায় সেৱন্ত ॥
এক দিনা হৰি পূজা কৰিয়া আছন্ত।
বাতুল ঈশ্বৰ আসি তাঙ্ক দেখিলন্ত ॥
বোলে তুমি কাক পূজা কৈয়ো মহামতি।
আমাৰ আগত তুমি কহিয়ো সম্প্ৰতি ॥
হেনশুনি ব্ৰহ্মা সবে কথা কহিলন্ত।
বাতুল ঈশ্বৰে শুনি ছুনাই বুলিলন্ত ॥
বোলে তুমি ঈশ্বৰক কেনমতে পূজা।
কৃষ্ণ বিনে আৰৰ নাহিকে আন দুজা ॥
একান্ত শৰণে তুমি হৰিক ভজিয়ো।
কৃষ্ণ পাৱে আহি বৃদ্ধ ভকতি কৰিয়ো ॥
ইসব কথাকে আবে এহিমানে থওঁ।
তোক হৰি নামৰ যে কিছু কথা কওঁ ॥
কলিৰ যুগত তেহেন্তেসে আছিলন্ত।
একদিন অনন্তৰ থানক গৈলন্ত ॥
তাঙ্ক দেখি অনন্তে বসিবে ঠাই দিলা।
কি কাৰ্য্যে আহিছা বুলি তাহান্ত পুছিলা ॥
হেন শুনি নাৰদে কহিলা হাসি হাসি।
তযু দৰশন মনে আমি আছো আসি ॥

শুনিয়োক কহো মোৰ আছে এক কাম।
কিবা হেতু তোমাৰ অনন্ত হেন নাম॥
কহিয়োক ইহাৰ কাৰণ শুনো আমি।
পৰম পুৰুষ তুমি জগতৰ স্বামী॥
হেন শুনি অনন্ত ঈশ্বৰ ভগৱন্ত।
নাৰায়ণ স্মৰি কথা কহিবে লৈলন্ত॥
যিটো ব্ৰহ্ম সনাতন জগতৰ পতি।
জগতে ব্যাপক প্ৰভু তেহেন্তে সম্প্ৰতি॥
তাহানেসে অংশ নাৰায়ণ দেৱ হৰি।
তাহানে আজ্ঞায়ে আছে সৃষ্টি স্থিতি কৰি॥
তাহানে শকতি যত মহিমা আছয়।
তেনয় শকতি মোক দিলন্ত নিশ্চয়॥
দশ সহস্ৰেক যত ঈশ্বৰ সকল।
তাসম্বাৰ আছে যত পৰাক্ৰম বল॥
সবাৰে শকতি আহি মোৰ গাৱে বৈল।
তাতেসে আমাৰ বৰ পৰাক্ৰম ভৈল॥
হেন শুনি গুণি পাছে নাৰদে বুলিলা।
আৰু বৰ এক কথা সুধিবাক লৈলা॥
নিতে নৱ কৰি তুমি কাৰ নাম লোৱা।
নাভাঙিবা তাহাক আমাৰ আগে কোৱা॥
হাজাৰেক মুখে নিতে নিতে গাওৱা নাম।
দেখিলো তোমাৰ আমি বিপৰীত কাম॥

এক মুখে নাম গাই কিমতে তৰিবো।
জানিলো নিশ্চয় আমি সংসাৰ ভ্ৰমিবো ।।
হেন শুনি মনে গুণি অনন্ত ঈশ্বৰ।
নাৰদক চাই পাছে দিলন্ত উত্তৰ ।।
হাজাৰেক মুখে শুনি মোৰ এক মুখ।
ইহাত নাৰদ তুমি নামানিবা দুখ।।
এক গুটি শৰীৰে শিৰৰ সবে মূল।
এক মুখ বুলি তাক এতেকে কহিল ।।
পৰম পুৰুষ ব্ৰহ্ম দেৱ সনাতন।
তান নাম গুণ গাই চিন্তোহো বন্ধন ।।
তেহেন্তেসে পূৰ্ণ ব্ৰহ্ম জগত কাৰণ।
তান পূৰ্ণ শক্তি ভৈলা আদি নিৰঞ্জন ।।
হেনশুনি নাৰদে পুছিলা আৰু বাৰ।
একখানি বিলৈক্ষণ দেখোহো তোমাৰ ।।
বামহাতে বামকৰ্ণে কুণ্ডল কঙ্কণ।
কহিয়ো আমাত তুমি ইহাৰ কাৰণ ।।
হেনশুনি অনন্ত ঈশ্বৰ দেৱহৰি।
কহিবে লাগিলা কথা আনন্দিত কৰি ।।
জগত জনক যিটো পুৰুষ প্ৰকৃতি।
দুই যুগে দুই জন জানিবা সম্প্ৰতি ।।
পুৰুষে আসিয়া মোৰ যিটো অঙ্গে ভৈলা।
বামফালে আসিয়া প্ৰকৃতি দেবী বৈলা ।।

তাতে বাম অঙ্গে যে কুণ্ডল পিন্ধিলোঁ।
ইসৱ কথাক আমি তোমাত কহিলো॥
এই সব নাৰদত কথা কহি হৰি।
প্ৰণামিলা অনন্তক কৃতাঞ্জলি কৰি॥
অনন্তৰে গৈলা পাছে আপুনাৰ থান।
এহিমতে থাকিলা অনন্ত নাৰায়ণ॥
আত অনন্তৰে শুনিয়োক আৰু কথা।
ৰশিষ্ঠে কহিলা যেন ৰাম আগে কথা॥
পুছিলন্ত ৰামে চাৰি যুগৰ ব্যৱস্থা।
কহিয়োক ঋষি ৰাজ মোত ইটো কথা॥
হেন শুনি ঋষি বোলে শুনা ৰামহৰি।
একচিত্তে শুনা তুমি থিৰ কৰ্ণ কৰি॥
এহি বুলি তিনিয়ো যুগৰ কথা কৈলা।
কলিৰ যুগৰে পাছে কহিবাক লৈলা॥
কলিৰ সমান যুগ একো কালে নাই।
কলিকালে নৰদেহা কত পুণ্যে পাই॥
পৰম পুৰুষ ব্ৰহ্ম সনাতন হৰি।
কাইথ্‌কুলে জন্মিৱ শঙ্কৰ ৰূপ ধৰি॥ ১২৯॥
একান্ত ভকতি ধৰ্ম্ম কলিৰ যুগত।
প্ৰচাৰ কৰিবে লোক হৈবেক ভকত॥
শূদ্ৰ বুলি বিপ্ৰসবে অৱজ্ঞা কৰিব।
বিটগু কৰিয়া আৰে তাহাঙ্ক নিন্দিব॥

ৰাদ কৰি নোৱাৰি আপুনি ভাগিবেক।
কতো কতো কৃষ্ণ পাৱে শৰণ লৈবেক॥
ভাগিবেক লোক সব হৈয়া একাকাৰ।
যাইব শঙ্কৰৰ যশ দ্বীপ দ্বীপান্তৰ॥
ব্ৰাহ্মণ ক্ষেত্ৰিয় বৈশ্য শূদ্ৰ চাৰি জাতি।
শূদ্ৰৰ আচাৰ সবে ধৰিবি সম্প্ৰতি॥
কলিত কৈবৰ্ত্ত আনো অন্ত্য জাতি যত।
ধৰ্ম্মত নিপুণ বৰ হৈবেক ভকত॥
ইসব কলিত সবে গুৰু বোলাইবেক।
কলিৰ যুগৰ কথা কহিবো কতেক॥
শাস্ত্ৰ সব পঢ়ি দ্বিজগণ হৈবে অন্ধ।
ধনাকেসে মাত্ৰ সবে কৰিব প্ৰবন্ধ॥
দণ্ডিকৰি ধন লৈব বিকীবে কন্যাক।
বোলাইবে পণ্ডিত উপলব্ধি বেদ বাক্॥
বান্দীৰ তনয় তাক ছুইবে যোগ্য নুই।
ঈশ্বৰ কৃষ্ণক সিটো পূজে কোন মুই॥
তাহাৰ পূজাক কৃষ্ণদেৱে নলৱয়।
সিটো মহাপাপী ঘোৰ নৰকে পচয়॥
এহি বুলি বশিষ্ঠ পৰম ঋষি ৰাজ।
ৰামৰ আগত কহিলন্ত হেন কাজ॥
বুঢ়া ভাষ্যে ইটো কথা কহিয়া আছয়।
ৰবি পুৰাণত আছে জানিবা নিশ্চয়॥

ইটো যত কথা আছে এহি মানে থওঁ।
অতি অনন্তৰে শুনা আৰু কথা কওঁ॥
তিনি শত যুগত ঈশ্বৰ অহঙ্কাৰে।
মহাদেৱ সমে দুয়ো কৰিলা বিচাৰ॥
অহঙ্কাৰ আগে মহাদেৱে শুধিলন্ত।
ব্ৰহ্মা আদি সব ইটো যতেক আছন্ত॥
ব্ৰহ্মাক কৰয় বাদ ভক্তি কাত কৰে।
এহি বুলি কথা তেন্তে পুছিলন্ত হৰে॥
হেন শুনি ভগৱন্ত অহঙ্কাৰ হৰি।
কহিবে লাগিলা কথা হৰক সাদৰি॥
লাভক চাহন্তে তাৰ মূল হানি হয়।
আপুনাৰ হিয়ে শৰ আপুনি হানয়॥
তাহাৰ ভতিজা আনো আছে আৰ কৈত।
ধন জন অৰ্থ লোভে ভ্ৰমে সংসাৰত॥
এতেকে তাহাৰ গতি একো কালে নাই।
ভক্তি পন্থ নিন্দি বাদ কৰে সমুদাই॥
অহঙ্কাৰ ভগৱন্ত এহি বুলি গৈলা।
কৃষ্ণক চিন্তিয়া মহাদেৱ তথা ৰৈলা॥
আৰু এক কথা কহো শুনা মহামতি।
দশদিগপালে যেন কহিলা সম্প্ৰতি॥
দশদিগপালত যে সহস্ৰ ঈশ্বৰ।
কিছুমান কথা আমি কহো তাসম্বাৰ॥

এক দিনা বসি সবে আলোচ কৰিলা।
বিষ্ণুৰ থানত গৈয়া এক ঠাই ভৈলা॥
সৰসিক ব্ৰহ্মা সেহি কালে সৃষ্টিকৰ।
তাঙ্ক আগ কৰি সবে চাপিল ওচৰ॥
বিষ্ণুক প্ৰণামি সবে দিলন্ত গোচৰ।
বোলে তুমি সমস্ত দেৱৰ আদি বৰ॥
শুনো থিৰ হৌক যেন মোহৰ যে মন।
ৰাত্ৰি দিনে চিন্তো আমি তাহান চৰণ॥
তাহানে সে আজ্ঞা কৰে ব্ৰহ্মা বিষ্ণু হৰে।
তেহেন্তে সে আদি মূল গুৰু জগতৰে॥
এতেকে তাহান পায়ে সদায়ে চিন্তিয়ো।
পৰম পুৰুষ তাঙ্ক হৃদয় ধৰিয়ো॥
তাহান সেৱক সবে দশদিগপাল।
তেহেন্তে সে জানিবা কালৰ আদি কাল॥
বত্রিশ যুগৰ অন্তে কলিযুগ হৈব।
তাতে বহুতৰ লোকে ভকতি কৰিব॥
শঙ্কৰ স্বৰূপে হৰি হৈব অৱতাৰ।
একান্ত ভকতি ধৰ্ম্ম কৰিব প্ৰচাৰ॥
তোমৰা সবৰ যত গুণ নাম আছে।
শঙ্কৰে প্ৰচাৰ তাক কৰিবন্ত পাছে॥
তেবেসে কৃষ্ণক পাইবা কহিলোহো আমি।
তোমাবায়ো পাছে চিনিবাহা নিজ স্বামী॥

এহি বুলি বিষ্ণু বেদে উপদেশ দিলা।
দিগপাল সহস্র ঈশ্বর সব গৈলা॥
চন্দ্রে যেন বুলিলা মুরারি মাধৱক।
কোন দেৱ আছে সংসারত কৈয়ো তাক॥
অপার সংসার আমি কিমতে তরিবো।
কৃষ্ণত ভকতি আমি কিমতে করিবো॥
হেন জানি অধমক উপদেশ দিয়ো।
সংসার সাগরে তুমি নিস্তার করিয়ো॥
তোমাক মাধৱ আমি গুরু করি লৈলো।
আজি ধরি তোমার দাসরো দাস হৈলো॥
হেন শুনি বুলিলা মাধৱ নরোত্তম।
ধরিবেহো আমি কাইথ্ কুলত জনম॥
এতেকে কিমতে তুমি লৈবা গুরু মোক।
দেৱতা মনুষ্যে নিন্দা করিব তোমাক॥
বুলিবেক কিসক শূদ্রক গুরু লৈলা।
কি কারণে চন্দ্রে হেন অন্যায় করিলা॥
হেন শুনি মনে গুণিলন্ত শশধর।
নিয়ম সহ্মন কৈত হরি ভকতর॥
হরিক ভজিয়া যিবা সেৱা করে মাত্র।
চাণ্ডালকো আমি করি ভকতির পাত্র॥
ভিনিয়ো জাতির মধ্যে শূদ্রত বাহির।
কলিযুগে যাই সবে একাকার হৈব॥

অন্ত্যজাতি সব হৈব ভক্তিৰ আচাৰ্য্য।
ব্ৰহ্মাৰ মুখত শুনি কৈলো হেন কাৰ্য্য॥
মানিলোঁ তোমাক গুৰু এহি কথা শুনি।
কৰিলোঁ বিচাৰি মাৰ মনত আপুনি॥
মুৰাৰি মাধৱে শুনি উপদেশ দিলা।
তেতিক্ষণে চন্দ্ৰে নিজ থানে চলি গৈলা॥
বোলাইবেক শূদ্ৰে গুৰু কলিৰ যুগত।
ধৰিবে ভকতি লোক হৈবেক ভকত॥
ঊণকোটি যুগৰ উপৰে ইটো কথা।
মাধৱে সহিতে চন্দ্ৰে ভৈলা ইটো কথা॥
আঙ্ক কথা কহো আবে শুনা মহামতি।
ব্ৰহ্মা নাৰদত হেন কহিলা সম্প্ৰতি॥
নাৰদে বোলন্ত আবে শুনা পিতৃদেৱ।
কোন ঈশ্বৰক তুমি নিতে কৰা সেৱ॥
কহিয়ো আমাৰ আগে চৰণত ধৰো।
সংসাৰ সাগৰে আমি যেন মতে তৰো॥
হেন শুনি ব্ৰহ্মা নাৰদক বুলিলন্ত।
আছন্ত ঈশ্বৰ নাৰায়ণ ভগৱন্ত॥
তাহান চৰণ আমি আৰধো সদায়।
তান্ত বিনে ঈশ্বৰ আৰৰ নাই নাই॥
তান নাম গুণ কোনে কহিবেক সীমা।
আদি অন্ত নাহি যাৰ অদ্ভুত মহিমা

হেন জানি তান পাৰে নিতে কৰো সেৱ।
তেহেন্তেসে জানিবা দেৱৰো আদি দেৱ॥
হেন শুনি নাৰদে কৰিলা নমস্কাৰ।
পাইলো আৰে আমি ইটো উপদেশ সাৰ॥
হেন শুনি ব্ৰহ্মা পাছে মন থিৰ কৰি।
কহিবে লাগিলা কথা নাৰায়ণ স্মৰি॥
আছিল পূৰ্ব্বত মোহন দ্বিজ নাম।
কৰিলোহো ঈশ্বৰক নানা সেৱা কাম॥
হেন সেৱ তুষ্ট মোৰ ভৈলন্ত ঈশ্বৰ।
তাতেসে আমাক আনি কৈলা সৃষ্টিকৰ॥
আছিলা তৈতে তুমি আমাৰ তনয়।
তোমাৰ কাৰণ কহো শুনা মহাশয়॥
আমাৰ বচন তুমি অৱহেলা কৈলা।
দাসী পুত্ৰ হৈয়া আসি তাহাত জন্মিলা॥
ই জন্মত হুইবাহা ঈশ্বৰ পৰায়ণ।
কহিলোহো তুমি চিন্তা তাহান চৰণ॥
এহি বুলি ব্ৰহ্মা দশ হাজাৰ যুগৰ।
কহিলন্ত কথা ইটো আগে নাৰদৰ॥
এহি বুলি ব্ৰহ্মা দেৱ নিছুকিয়া বৈলা।
নাৰদে প্ৰণাম কৰি ঘৰে চলি গৈলা॥
আক কহিবোহো শুনিয়োক সৰ্ব্বজন।
সূৰ্য্য মণ্ডলত যিটো দেৱ নাৰায়ণ॥

এক দিন গৈলা শ্বেত বৈকুণ্ঠক প্ৰতি।
যেন কথা হৈল তৈতে শুনিয়ো সম্প্ৰতি॥
পৰম ঈশ্বৰ শ্বেত বৈকুণ্ঠৰ হন্তে।
পুছিলন্ত নাৰায়ণে কৰি যোৰহাতে॥
কোন যুগে কোনোবা ঈশ্বৰ ভগৱন্ত।
কহিয়োক কথা আবে সম্প্ৰতি আমাত॥
নক যুগে নামে তৈতে ঈশ্বৰ নৰহৰি।
ঋষি যুগে আছিলন্ত ঈশ্বৰ মুৰাৰি॥
ৰঘু যুগে আছিলন্ত ঈশ্বৰ বংশীধাৰী।
মহা মানি যুগত ঈশ্বৰ নৰহৰি॥
ৰমণ যুগত আক ঈশ্বৰ ৰমণ।
পৰম যুগত ইটো শ্যাম নাৰায়ণ॥
গোবিন্দ যুগত জানা ঈশ্বৰ মহাহৰি।
ৰবাহু যুগত ইটো ঈশ্বৰ শ্ৰীহৰি॥
চন্দ্ৰকেতু যুগে ভৈলা চন্দ্ৰ নৰবৰ।
বৰুণ যুগত হৰি আছিলা ঈশ্বৰ॥
এহি মতে তিনিশ যুগৰ কথা কৈলা।
সূৰ্য্য মণ্ডলত শুনি মূৰ্চ্চাগত ভৈলা॥
ঈশ্বৰ কৃষ্ণৰ যত গুণ লীলাচয়।
তাক কহিবাৰ কাৰ শকতি আছয়॥
অনন্তৰে সূৰ্য্য মণ্ডলত চলি গৈলা।
শ্বেত দ্বীপপতি আপুনাৰ থানে ৰৈলা॥

শুনা সভাসদ ইটো কথা নিৰন্তৰে।
নৃপতিৰ আগে ইটো কহিলা শঙ্কৰে॥
জগত ঈশ্বৰ যিটো দৈৱকী নন্দন।
তেহেন্তেসে ঈশ্বৰ হৰি ব্ৰহ্ম সনাতন॥
কহিবেক কোন জনে লিলা গুণ সীমা।
আদি অন্ত নাহি যাৰ অদ্ভুত মহিমা॥
মই মহা মন্দমতি পাতকী পৰম।
তথাপিতো কহো মই জীৱৰ বিৰাম॥
ক্ষেমিবাহা দোষ মোৰ সবে মহাজন।
শঙ্কৰদেৱৰ বংশে জন্ম ভৈলা যেন॥
তান নাতি হৈয়া নজানিলো ধৰ্ম্ম কৰ্ম্ম।
আক জানি সবে কৰিয়োক যেন মৰ্ম্ম॥
শ্ৰৱণ কীৰ্ত্তন বিনে আন গতি নাই।
হেলাতে নলৈলো বনু মানিকক পাই॥
বিকলে জনম মোৰ আলে জালে গৈল।
গুৰুৰ চৰণে মোৰ ভকতি নভৈল॥
চৰণত ধৰি বোলো সাধু সমস্তয়।
ভক্ত বংশ বুলি মোক পালিবে লাগয়॥
শঙ্কৰেসে গুৰু মোৰ জন্মে জন্মে হৈবা।
দৈৱকী নন্দন দেৱ আমাক সেৱিবা॥
কৰোহো কাকুতি তযু চৰণে ধৰিয়া।
তযু ভকতৰ সঙ্গ প্ৰভু মোকি দিয়া॥

এহিমানে অনুগ্ৰহ কৰিয়োক মোক।
বোলা ৰাম ৰাম সবে সভাসদ লোক॥

## দুলড়ী

শুনা সবে নৰ আত অনন্তৰ
ঈশ্বৰৰ যশ ৰস।
শুনা কৰ্ণ ভৰি একচিত কৰি
ভক্তৰ ইটো সৰ্ব্বশ॥
এক আশি বেদ তাহাৰ সন্তেদ
কহো কথা কিছু তাৰ।
ব্ৰহ্মাৰ আগত গোচৰ কৰন্ত
কি গতি হৈব আমাৰ॥
মুহিলেক মায়া কৰা প্ৰভু দায়া
চৰণে কাকুতি কৰোঁ।
কৰিয়ো উদ্ধাৰ বাপ দামোদৰ
হেনবা পাতকি তৰোঁ॥
লোকক মুহিলোঁ আপোনি নাশিলোঁ
হে প্ৰভু নৰহৰি।
কৰ আবে দায়া দূৰ হৌক মায়া
বোলো চৰণত ধৰি॥

শুনা সভাসদ ইটো কথা নিৰন্তৰে।
নৃপতিৰ আগে ইটো কহিলা শঙ্কৰে॥
জগত ঈশ্বৰ যিটো দৈৱকী নন্দন।
তেহেন্তেসে ঈশ্বৰ হৰি ব্ৰহ্ম সনাতন॥
কহিবেক কোন জনে লিলা গুণ সীমা।
আদি অন্ত নাহি যাৰ অদ্ভূত মহিমা॥
মই মহা মন্দমতি পাতকী পৰম।
তথাপিতো কহো মই জীৱৰ বিৰাম॥
ক্ষেমিবাহা দোষ মোৰ সবে মহাজন।
শঙ্কৰদেৱৰ বংশে জন্ম ভৈলা যেন॥
তান নাতি হৈয়া নজানিলো ধৰ্ম্ম কৰ্ম্ম।
আক জানি সবে কৰিয়োক যেন মৰ্ম্ম॥
শ্ৰৱণ কীৰ্ত্তন বিনে আন গতি নাই।
হেলাতে নলৈলো ৰত্ন মানিকক পাই॥
বিফলে জনম মোৰ আলে জালে গৈল।
গুৰুৰ চৰণে মোৰ ভকতি নভৈল॥
চৰণত ধৰি বোলো সাধু সমস্তয়।
ভক্ত বংশ বুলি মোক পালিবে লাগয়॥
শঙ্কৰেসে গুৰু মোৰ জন্মে জন্মে হৈবা।
দৈৱকী নন্দন দেৱ আমাক লেৰিবা॥
কৰোহো কাকুতি তযু চৰণে ধৰিয়া।
তযু ভকতৰ সঙ্গ প্ৰভু মোকি দিয়া॥

এহিমানে অনুগ্ৰহ কৰিয়োক মোক।
বোলা ৰাম ৰাম সবে সভাসদ লোক॥

# দুলড়ী

শুনা সবে নৰ আত অনন্তৰ
ঈশ্বৰৰ যশ ৰস।
শুনা কৰ্ণ ভৰি একচিত কৰি
ভক্তৰ ইটো সৰ্ব্বশ॥
এক আশি বেদ তাহাৰ সম্ভেদ
কহো কথা কিছু তাৰ।
ব্ৰহ্মাৰ আগত গোচৰ কৰন্ত
কি গতি হৈব আমাৰ॥
মুহিলেক মায়া কৰা প্ৰভু দায়া
চৰণে কাকুতি কৰোঁ।
কৰিয়ো উদ্ধাৰ বাপ দামোদৰ
হেনবা পাতকি তৰোঁ॥
লোকক মুহিলোঁ আপোনি নাশিলোঁ
হে প্ৰভু নৰহৰি।
কৰ আবে দায়া দূৰ হৌক মায়া
বোলো চৰণত ধৰি॥

সবে বেদগণ ভৈল জ্ঞান ছন
তবু পাৰ পাইবিলো ।
অমোচন পাপ কৰিলোহো বাপ
ভকতি আমি নকৈলো ॥
জানিলো সম্প্রতি গৈলো অধোগতি
সবে বেদগণ আমি ।
কৰিয়ো নিস্তাৰ সংসাৰৰ পাৰ
কৰা প্রাণ প্রভু স্বামী ॥
এহি বুলি বৈলা নমস্কাৰ কৈলা
যত বেদগণ আছে ।
ভকত বান্ধৱ ঈশ্বৰ মাধৱ
সম্বোধন কৈলা পাছে ॥
শুনা সাধুজন যত বেদগণ
কৰি সবে স্থিৰ মন ।
মোৰ আজ্ঞা লৈয়া লোক প্রবৰ্ত্তায়া
তৰা সবে বেদগণ ॥
মোৰ নাম গাই থাকিবা সদাই
চিন্তিবা সবে আমাক ।
ছুচিবেক পাপ সংসাৰৰ তাপ
নাপাইবেক তোমাসাক ॥
এহি বুলি বৈলা উপদেশ কৈলা
পৰম পুৰুষ হৰি ।

শুনি বেদগণ কৰি বঙ্গ মন
নমস্কাৰ কৈলা পৰি ॥
সত্য ব্ৰত নাম যুগ অনুপাম
আছিলন্ত যিকালত ।
হেন উপদেশ দিয়া হৃষিকেশ
তৈলন্ত বেদ ভকত ॥
শুনা আত পৰে কথা নিৰন্তৰে
যুগ অবসানে কথা ।
কহিবোহো আৰ ঈশ্বৰ কৃষ্ণৰ
লিলা ব্যৱহাৰ তথা ॥
ইটো কলি কাল ভকতৰ ভাল
যুগ আতি বিতোপন ।
ব্ৰহ্মা মহেশ্বৰ অনন্ত ঈশ্বৰ
আছে যত মহাজন ॥
কৃষ্ণৰ আগত প্ৰাৰ্থনা কৰন্ত
যত বেদ নিৰন্তৰ ।
কলিত জন্মিবো ভকতি কৰিবো
মাগো আমি এহি বৰ ॥
ভাৰত বৰিষ কলিযুগে নাম
গাইবো এক চিত্ত কৰি ।
শ্ৰৱণ ভোজন ভকতি ধৰিয়া
যাইবোহো আমি নিস্তাৰি ॥

কৃষ্ণত শৰণ জন্ম নিবাৰণ
কৰিবোহো আমি যাই।
নাহিকয় আন কলিৰ সমান
যুগ আৰু নাই নাই॥
এহি বুলি বৈলা ব্ৰহ্মা হৰ গৈলা
শুনা আত পৰে কথা।
নাৰদৰ আগে কৈলা মহা ভাগে
মহাদেৱে যেন তথা॥
কলিৰ যুগত যতেক ব্ৰাহ্মণ
বিভিচাৰে প্ৰবৰ্ত্তিব।
মহা ম্লেছ যত অজাতি আছয়
তেহেন্তে পণ্ডিত হৈব॥
লৈবে দান তাৰো নথাকিব আৰো
জাতি কুল হৈব ভ্ৰষ্ট।
ধনতেসে মন যতেক ব্ৰাহ্মণ
ধৰ্ম্ম কৰ্ম্ম হৈব নষ্ট॥
মাতিবেক মিছা মনে যেন ইচ্ছা
কৰিবেক সবে যাই।
এবিব আচাৰ হৈব একাকাৰ
ফুৰিবে ভক্ত বোলাই॥
হেন শুনি আছে বুলিলন্ত পাছে
নাৰদে বিষাদ কৰি।

কেন মতে তাৰ হৈবেক নিস্তাৰ
নজানোহো হৰি হৰি ॥
শুনি মহেশ্বৰ দিলন্ত উত্তৰ
নাৰদৰ মুখ চাই।
বোলে মহাশয় তুমি থাকা শুনি
গতি তাৰ আৰ নাই ॥
ভ্ৰমিব সংসাৰে মৰি মৰি তাৰে
জনম ধৰি ফুৰিবা।
কলিৰ ব্ৰাহ্মণ চাণ্ডাল সদৃশ
ইহাক তুমি জানিবা ॥
হৰিৰ ভকতি ধৰিয়া সম্প্ৰতি
যিজনে ভজে কৃষ্ণক।
হৰি নাম গাই কৰে পাপ ছাই
তাৰয় সিটো আনক ॥

## ছবি।

এহি বুলি দুয়ো বৈলা শুনা আৰু যেন ভৈলা
কহো আৰে পূৰ্ব্বৰ কথাক।
সনক নিয়ম কৰি যজিলন্ত দেৱ হৰি
মাজে মাজে ৰিপু পাশৰিলা ॥

তপ জপ কৰি নিতে ঈশ্বৰ কৃষ্ণৰ চিন্তে
ভাল কৰি বিপুক চাহিলা।
মহা পাপ দূৰ ভৈলা ঈশ্বৰক নলভিলা
চিৰি ফিৰি বিপুৰ নিমিত্তে।
হেন দেখি কবিজন কৰিলন্ত কৰ্ম্ম আন
ইশ্বৰ কৃষ্ণক এক চিতে॥
হৈয়া মহা শুদ্ধ মত ঈশ্বৰত দিয়া চিত্ত
থাকিলন্ত এহি মতে কাছে।
হেন দেখি নাৰায়ণ কৰি অতি ক্রোধ মন
বুলিলা আকাশী বাণী পাছে॥
শুনি দুয়ো স্তুতি কৰি দণ্ডৱতে পৰি পৰি
মাগিলন্ত যেন বাৰম্বাৰ।
ঈশ্বৰ পদক পাই তোমাক মনত নাই
নিচিন্তিলো চৰণ তোমাৰ॥
আৰে প্ৰভু কৃপা কৰা দাস বুলি তুলি ধৰা
যেন আমি ইবাৰ নিস্তাৰো।
ইবাৰ কৰিয়ো দায়া দূৰ হোক মোৰ মায়া
চৰণে কাকুতি আমি কৰো॥
আসম্বাৰ বাণী শুনি বুলিলন্ত চক্ৰপানি
মনে মহা কৰিয়া সংশয়।
ভৈলা ভ্ৰান্তি দুয়োজন কৰিলাহা থিৰ মন
পাসৰিলা কেনে বিপুচয়॥

সিজিল পাতেকগণ　নকৰিলা তাক মন
　　লাগিল জনম মাত্ৰ সাৰ।
বেদব্ৰতি বিপ্ৰ যিটো　হিপুক পাসৰে সিটো
　　আত পৰে পাপ নাহিতাৰ॥
জানি সি আপুনি বেদ　কহিলোহো তাৰ ভেদ
　　তোৰা সবে জানিবা ইহাক।
এগুটি অক্ষৰ এবে　নৰকত সিটো পৰে
　　তাৰিবেক কোনজনে তাক॥
এগাৰ অৰ্ব্বুদ যুগ　উপৰে কলিৰ ভোগ
　　কৰিলন্ত বেকত ঈশ্বৰে।
কলিৰ ব্ৰাহ্মণ যত　ধৰিবে পাষণ্ড মত
　　শাস্ত্ৰ গঢ়ি ব্যাভিচাৰ কৰে॥

## ঝুলড়ী।

শুনা সৰ্ব্বজন　কৰি থিৰ মন
　　কৃষ্ণৰ লিলা চৰিত্ৰ।
ইহাৰ সমান　নাহি নাহি আন
　　পৰম ধৰ্ম্ম কলিত॥
কৃষ্ণৰ ভকতি　ধৰা এক মতি
　　মনক কৰি নিশ্চয়।

সাধু সঙ্গ লৈয়া মুখে নাম গায়া
ত্যাজিয়া আন বিষয় ॥
মই মন্দমতি গৈলো অধোগতি
বিষয়ত মন মজি ॥
গৈলো রসাতল ভৈলো মহা বাউল
গুৰুৰ পাৱে নভজি ॥
দৈৱকী নন্দন তোমাৰ চৰণ
বিনে আন গতি নাই।
বাপ গদাধৰ নকৰ অন্তৰ
তয়ু পাৱে দিয়া ঠাই ॥
অহে গুৰু প্ৰাণ কৰা মোক দান
তয়ু ভকতৰ সঙ্গ।
কৰা মোক দায়া দূৰ হৌক মায়া
নকৰিবা আশা ভঙ্গ ॥
পুৰুষোত্তম থৈলা মোৰ নাম
গুৰু মোক কৃপা কৰি।
কৰিয়ো ইপাৰ সংসাৰৰ পাৰ
বোলোহো চৰণত ধৰি ॥
মই মহাধম নলৈলো-। নাম
সঙ্গলৈয়া ভকতৰ।
কৰা কৃপা মোক অস্থাপিয়ো হোক
বাপ তুমি গদাধৰ ॥

জন্মে জন্মে গতি তুমিসি সম্প্ৰতি
নচাৱোক মুখে নাম।
কৰা মোক দায়া দূৰ হোক মায়া
বোলা সবে ৰাম ৰাম ॥

## পদ।

শুনা সভাসদ সব কথা নিৰন্তৰে।
আৰু এক খানি কথা কহো আত পৰে ॥
শুনাহা জগত নাৰায়ণ মহেশ্বৰ।
পঞ্চ নদী পৰপতি গুৰু জগতৰ ॥
তপ কৰি থাকে সদা ঈশ্বৰ কৃষ্ণক।
কৰিলেক বৈশ্যতেহো দেহ ইন্দ্ৰিয়ক ॥
এহি মতে ব্ৰতধৰি কত দিন আছে।
অনন্তৰে বিষয়ক মন গৈলা পাছে ॥
কত দিন মানে আছে বিষয়ক কৰি।
মতি ভ্ৰম ভৈলা পাছে পাহৰিলা হৰি ॥
আপুনাকে বৰ হেন ঈশ্বৰ মানিলা।
এতেকে তাহান দেখা জনম লাগিলা ॥
আৰু বাৰ ব্ৰত আসি বাসনাৰ বলে।
আপুন অৱস্থা পুনু পাইলেক সকলে ॥

হেন জানি হৰিৰ ভকতি কৰা সাৰ।
দেখা দেখা কেন ভৈলা ঈশ্বৰ আমাৰ ॥
ইসব কথাক আবে এহি মানে থৈলো।
আত অনন্তৰে কথা কহিবাক লৈলো ॥
কবিবল যুগত কেশৱ নামে হৰি।
পালন্ত লোকক ঈশ্বৰৰ আজ্ঞা কৰি ॥
শুক্লশত যুগত কেশৱ গোবিন্দাই।
থাকে বহুদিন ভেস্তে কৃষ্ণক ধিয়াই ॥
এক দিনা কৃষ্ণ তাঙ্ক দেখা দিলা আসি।
তান মুখ চাই পাছে তুলিলন্ত হাসি॥
হেন দেখি গোবিন্দে কৰিলা নমস্কাৰ।
বোলে কোন কালে গতি হৈবেক আমাৰ ॥
তযু ভকতৰ সঙ্গ কৈসানি লভিবো।
একান্ত শৰণ লৈয়া কৈসানি ভজিবো ॥
হেন উপদেশ আজি দিয়ো মোক তুমি।
মাগো এহি দান প্ৰভু তযু পায়ে আমি ॥
হেন শুনি পৰম পুৰুষ ভগৱন্ত।
গোবিন্দ গোসাইক চাই কহিবে লৈলন্ত ॥
কলিযুগে শুদ্ধ মত শ্ৰীমন্তৰ ঘৰে।
উপজিব যাই সবে সহস্ৰে ঈশ্বৰে ॥
কায়স্থ কুসুম্বৰ ঘৰে আসি যাই।
কহিলো তোমাত উপজিব সেহি ঠাই ॥

উপজিবো যাই সবে লৈয়া নিজ শক্তি।
লোকে গুৰু লৈয়া সবে কৰিবাক ভক্তি॥
একে একে পুৰুষ আপুনাৰ থানে গৈয়া।
থাকিবা আনন্দে সেহি হৰি গুণ গায়া॥
হেনশুনি গোবিন্দই আনন্দিত ভৈলা।
পৰম পুৰুষ আপুনাৰ থানে বৈলা॥
হৰি সিন্ধু যুগে ভৈলা দয়ালু ঈশ্বৰ।
আছিলা তপস্যা দেহ সমস্তে লোকৰ॥
ঈশ্বৰ কেশৱ বিষ্ণু জগতৰ পতি।
তান আগে এক কথা পুছিলা সম্প্ৰতি॥
পদ্ম কমলৰ ব্ৰহ্মা পাত যেন হয়।
সেবে কোন ব্ৰহ্মা হৈব কহিয়ো নিশ্চয়॥
হেনশুনি বিষ্ণু প্ৰভু আনন্দিত ভৈলা।
ঈশ্বৰৰ নিজা গুণ কহিবাক লৈলা॥
শুনিয়ো দয়ালু তুমি কৰিয়া উৎসৱ।
হনুমন্ত বীৰ বৰ পৰম বৈষ্ণৱ॥
মহেশৰ শক্তিতেহে আপুনি মহেশ।
ভক্তি বলে ভৈলো আমি কৰা নিজ দাস॥
তেন্তে ব্ৰহ্মা হৈব আমি ঈশান পাছত।
কহিলো তোমাৰ আগে ইটো মহা তত্ত্ব॥
এহি বুলি বিষ্ণু তেবে নিচুকিয়া বৈলা।
দয়ালু ঈশ্বৰ আপুনাৰ থানে গৈলা॥

ৰামানন্দ নামে এক ঈশ্বৰ মহন্ত।
বৈবৰ্ত্ত যুগৰ আন্তে তেহে আছিলন্ত॥
বশিষ্ঠক আদি কৰি ব্ৰহ্ম ঋষি যত।
ৰামচন্দ্ৰ ঈশ্বৰে তাহান্ত পুছিলন্ত॥
কোন কোন ধৰ্ম্ম কৰ্ম্ম কৰা ঋষি ৰাজ।
আমাৰ আগত সবে কহিয়োক কাজ॥
কোন যুগে তপ জপ কৰা কাক সেৱ।
কহিয়ো আমাত সবে পূজা কোন দেৱ॥
হেনশুনি বশিষ্ঠে বোলয় ৰামানন্দ।
কিছুমান কহো শুনা কৰিয়া আনন্দ॥
তপ জপ ধৰ্ম্ম কৰ্ম্ম কৰিয়া সদাই।
আতপৰে আৰৰ লোকৰ ধৰ্ম্ম নাই॥
হাহঁ চাগ কাটি যিটো দেৱক পূজয়।
বেদৰ বচন সিটো নৰকে পৰয়॥
হেনশুনি ৰামানন্দে বোলে ঋষিগণ।
থিৰ কৰ্ণে শুনা কহো আমাৰ বচন॥
তপ ধৰ্ম্ম কৰি লোকে স্বৰ্গে চলি যাই।
নৰকত আনি সিটো পৰিব ডুনাই॥
একান্ত শৰণ লৈয়া বিজনে ভজয়।
অপ্ৰয়াসে সিটো ঘোৰ সংসাৰ এৰাই॥
বেদসবে লোকক কৰিলে সবে অন্ধ।
ভকতি এৰিয়া কৰে অনেক প্ৰবন্ধ॥

তোৰা সব অন্ধ ভৈলা ঘোৰ কৰ্ম্ম মলে ।
হৰি ভকতিৰ পন্থ ঢাকিলা সকলে ॥
এতেকেসে তোৰা সবে ভৈলা অধোগামী ।
তযু আগে কহিলো নিশ্চয় কৰি আমি ॥
ৰামচন্দ্ৰদেৱ যেবে এহি বুলি বৈলা ।
খ্যাত অনন্তৰে শুনা আৰু যেন ভৈলা ॥
আৰু এক ঈশ্বৰ নামত নিৰঞ্জণ ।
তপ ব্ৰত ধৰি চিন্তে কৃষ্ণৰ চৰণ ॥
আছন্ত ঈশ্বৰ তেহে শ্যামশ যুগৰ ।
তাঙ্ক মাত্ৰ পূজে সবে লোক নিৰন্তৰ ॥
গৰ্ব্বে মত্ত ভৈলেক লোকৰ পূজা পাই ।
পাসৰিলা ঈশ্বৰক মনে সমুদায় ॥
হেন দেখি পৰম পুৰুষ ভগৱন্ত ।
এক দিনা আকাশি বচন বুলিলন্ত ॥
আপুনাক আপুনি কৰিলি তই নষ্ট ।
ঈশ্বৰৰ অঙ্গ হৈয়া কেনে ভৈলি ভ্ৰষ্ট ॥
ঈশ্বৰ কৃষ্ণৰ হেন শুনি দয়া বাণী ।
দণ্ডৱতে পৰি স্তুতি কৈলা মহামানি ॥
বিস্তৰ কৰিলা পাছে মনে অনুতাপ ।
নলাগিল জনম গুছিল মহাপাপ ॥
হৰি পাসৰিলাত সিজিব পাপ যত ।
কৃষ্ণক স্মৰণে সিটো সবে ভৈলা হত ॥

পৰম সুনাস্ত বিটো হৰি ভক্ত হয়।
আপুনি ক্ষেমন্ত হৰি তাৰ দোষ চয়॥
অচ্যুত যুগত আৰু যজ্ঞ নামে হৰি।
কৃষ্ণক পূজন্ত নিতে কষ্ট ব্ৰত ধৰি॥
তথাপিটো হৰি তাত সন্তোষ নহয়।
হেন দেখি যজ্ঞেশ্বৰে মনত গুণয়॥
বোলে কিকাৰণে প্ৰভু দেখা নেদা তুমি।
জানো মহা পাপচয় কৰি আছো আমি॥
হেন দেখি হৰি আসি তাঙ্ক দেখা দিলা।
তাহান আগত পাছে বুলিবে লাগিলা॥
তপ ধৰ্ম্ম কৰ্ম্ম বলে ভৈলা তুমি অন্ধ।
ভকতিক লাগি কেনে নকৰা প্ৰবন্ধ॥
ঈশ্বৰৰ অংশ হৈয়া তৱ অহঙ্কাৰ।
এতেকে জানিবা পাপ মিজিল তোমাৰ॥
যজ্ঞেশ্বৰে শুনি হেন বচন কৃপাৰ।
নমস্কাৰ কৰি হেন দিলেক উত্তৰ॥
যুগ ভেদি কৰ্ম্ম ব্ৰত কৰো প্ৰভু আমি॥
কেনমত ভকতি কহিয়ো তাক স্বামী॥
দেৱৰো দেৱতা তুমি জগতৰ স্বামী।
চৰণে শৰণ লৈয়া গতি মাগো আমি॥
ঈশ্বৰো ঈশ্বৰ দেৱৰো আদি দেৱ।
তুমি বিনে অগতিৰ গতি নাহি কেৱ॥

জানিলো বান্ধিলে মোক তযু মায়া পাশে ।
এহি বুলি তুতি কৰে যজ্ঞেশ্বৰ দাসে ॥
সমস্তে বিভয় জড় তুমিসে চৈতন্য ।
কৰা প্ৰভু ভকতৰ জন্ম নিবাৰণ ॥
হেনশুনি হৰি তাঙ্ক বুলিলন্ত পাছে ।
ভকতত পৰে মোৰ কোন বস্তু আছে ॥
তপ ধৰ্ম্ম কৰ্ম্ম ত্যাজি ভকতিক ধৰা ।
একান্তে শৰণ লৈয়া ভক্তি মোত কৰা ॥
এহি বুলি কৃষ্ণে তাঙ্ক দিলা উপদেশ ।
আপোন থানক পাছে গৈল হৃষিকেশ ॥
শুনিয়োক কহো আৰু যুগৰ ব্যৱস্থা ।
সবিচি ঈশ্বৰ আৰু ঈশ্বৰৰ কথা ॥
এক দিনা তান ঠাইক গৈলা যমৰাই ।
পুছিলন্ত এক কথা তান মুখ চাই ॥
কোন তপ ধৰ্ম্ম তুমি কৰা মহামানি ।
কহিয়ো আমাৰ আগে যেন চক্ৰপাণি ॥
যমৰ বচন শুনি শ্যামশ ঈশ্বৰ ।
কহিবে লাগিল কথা পৰম সাদৰ ॥
পৰম ঈশ্বৰ বিষ্ণু জগতৰ পতি ।
তান চৰণক আমি চিন্তোহো সম্প্ৰতি ॥
তান পাৱে কৰো তুতি তপ ব্ৰত কৰি ।
কহিলো তোমাত ইটো ধৰ্ম্ম ব্যক্ত কৰি ॥

হেনশুনি যমে তাঙ্ক বুলিবে লাগিলা।
বোলে শ্যামৰাই ৰাজ্‌মাৰ্গ হৰুৱাইলা॥
একান্ত শৰণ তুমি লৈয়োক কৃষ্ণত।
আত পৰে ধৰ্ম্ম নাই সংসাৰ মধ্যত॥
প্ৰহ্লাদ নাৰদ শুক বলি আদি কৰি।
একান্ত শৰণ আক সবে আছে ধৰি॥
হেন জানি একান্ত শৰন লোৱা তুমি।
তবু আগে কহিলো নিশ্চয় কৰি আমি॥
তপ ব্ৰত কৰিলোক সংসাৰে ভ্ৰময়।
কদাচিতো ভকতৰ সঙ্গ নপাৱয়॥
কৰ্ম্ম ধৰ্ম্ম এৰি হৰিভক্তি চিতে ধৰা।
একান্ত ভকতি ধৰা যদি বাক্য কৰা॥
ঈশ্বৰৰ অংশ হৈয়া ৰূপক পাশৰি।
মিছাতেসে মৰা তুমি তপ ব্ৰত কৰি॥
হেন শুনি শ্যামশ ঈশ্বৰ মহামতি।
বোলে কিনো উপদেশ দিলাহা সম্প্ৰতি॥
শ্যামাসে বোলন্তে আক শুনা মহাশয়।
তপ ব্ৰত কৰ্ম্ম ধৰ্ম্ম সবে মায়াময়।
এহি বুলি ৰহিলা শ্যামাস মহামতি।
আপোনাৰ থানে চলি গৈলন্ত সম্প্ৰতি॥
আতপৰে কথা শুনা সাধু সমস্তয়।
তৰ্ক যুগ নামে আৰ যুগ যে আছয়॥

সেহি যুগে বিষ্ণু বৰ নামত ঈশ্বৰ।
পৰম আৰাধ্য দেৱ আছিল লোকৰ॥
এক দিনা গৈল মহাদেৱৰ থানক।
আসনে বসিয়া সিটো বুলিলা হৰক॥
কৃষ্ণৰ সেৱক তুমি কেৱলে ভকত।
কোন জনে জানিবেক তযু গুণ যত॥
ব্ৰহ্মাতো কৰিয়া আগে ভৈলাহা ভকত।
কৰিলা একান্ত মতি ঈশ্বৰ কৃষ্ণত॥
কোন যুগে কৃষ্ণৰ সেৱক ভৈলা তুমি।
কহিয়ো তাহাৰ ভেদ শুনি থাকো আমি॥
হেনশুনি মহাদেৱে দিলন্ত উত্তৰ।
অল্পকৰি কহো আমি শুনা বিষ্ণুবৰ॥
শ্ৰীবিষ্ণু যুগত কৃষ্ণক আৰাধিলো।
সেহিকালে জানিবা ভকত আমি ভৈলো॥
একান্ত ভকতি মোত কহিলা দঢ়াই।
কৃষ্ণ বিনে দেৱতা আৰৰ নাই নাই॥
কৃষ্ণৰ প্ৰসাদে ভৈলা জন্ম নিবাৰণ।
চিন্তো ৰাত্ৰি দিনে আমি কৃষ্ণৰ চৰণ॥
হেনশুনি বিষ্ণু বৰ আনন্দিত ভৈলা।
পুনৰপি আৰু কথা পুছিবাক লৈলা॥
কতেক পুৰাণ আছে কোৱা তান নাম।
তাৰ মূল জানা তুমি ভক্ত অনুপাম॥

হেনশুনি যমে তাঙ্ক বুলিবে লাগিলা।
বোলে শ্যামৰাই ৰাজ্‌মাৰ্গ হৰুৱাইলা॥
একান্ত শৰণ তুমি নৈয়োক কৃষ্ণত।
আত পৰে ধৰ্ম্ম নাই সংসাৰ মধ্যত॥
প্ৰহ্লাদ নাৰদ শুক বলি আদি কৰি।
একান্ত শৰণ আক সবে আছে ধৰি॥
হেন জানি একান্ত শৰণ লোৱা তুমি।
তযু আগে কহিলো নিশ্চয় কৰি আমি॥
তপ ব্ৰত কৰিলোক সংসাৰে ভ্ৰময়।
কদাচিতো ভকতৰ সঙ্গ নপাৱয়॥
কৰ্ম্ম ধৰ্ম্ম এৰি হৰিভক্তি চিত্তে ধৰা।
একান্ত ভকতি ধৰা যদি বাক্য কৰা॥
ঈশ্বৰৰ অংশ হৈয়া ৰূপক পাশৰি।
মিছাতেসে মৰা তুমি তপ ব্ৰত কৰি॥
হেন শুনি শ্যামশ ঈশ্বৰ মহামতি।
বোলে কিনো উপদেশ দিলাহা সম্প্ৰতি॥
শ্যামাসে বোলন্তে আক শুনা মহাশয়।
তপ ব্ৰত কৰ্ম্ম ধৰ্ম্ম সবে মায়াময়।
এহি বুলি ৰহিলা শ্যামাস মহামতি।
আপোনাৰ থানে চলি গৈলন্ত সম্প্ৰতি॥
আতপৰে কথা শুনা সাধু সমস্তয়।
তৰ্ক যুগ নামে আৰ যুগ যে আছয়॥

সেহি যুগে বিষ্ণু বৰ নামত ঈশ্বৰ।
পৰম আৰাধ্য দেৱ আছিল লোকৰ ॥
এক দিনা গৈল মহাদেৱৰ থানক।
আসনে বসিয়া সিটো বুলিলা হৰক ॥
কৃষ্ণৰ সেৱক তুমি কেৱলে ভকত।
কোন জনে জানিবেক তযু গুণ যত ॥
ব্ৰহ্মাতো কৰিয়া আগে ভৈলাহা ভকত।
কৰিলা একান্ত মতি ঈশ্বৰ কৃষ্ণত ॥
কোন যুগে কৃষ্ণৰ সেৱক ভৈলা তুমি।
কহিয়ো তাহাৰ ভেদ শুনি থাকো আমি ॥
হেনশুনি মহাদেৱে দিলন্ত উত্তৰ।
অল্পকৰি কহো আমি শুনা বিষ্ণুবৰ ॥
শ্ৰীবিষ্ণু যুগত কৃষ্ণক আৰাধিলো।
সেহিকালে জানিবা ভকত আমি ভৈলো ॥
একান্ত ভকতি মোত কহিলা দঢ়াই।
কৃষ্ণ বিনে দেৱতা আৱৰ নাই নাই ॥
কৃষ্ণৰ প্ৰসাদে ভৈলা জন্ম নিবাৰণ।
চিন্তো ৰাত্ৰি দিনে আমি কৃষ্ণৰ চৰণ ॥
হেনশুনি বিষ্ণু বৰ আনন্দিত ভৈলা।
পুনৰপি আৰু কথা পুছিবাক লৈলা ॥
কতেক পুৰাণ আছে কোৱা তান নাম।
হাৰ মূল জানা তুমি ভক্ত অনুপাম ॥

হেনশুনি মহাদেব্র আনন্দ হৃদয়।
অন্নকরি কোহো কিছো নাম মহাশয়॥
আদি পুরাণ আরু বামণ যে পুরাণ।
বাসুকী পুরাণ আছে অনন্ত পুরাণ॥
পাতালী পুরাণ আছে উৎকৃকি পুরাণ।
অপঙ্কর চন্দ্র কেতু তরণ করণ॥
পৃথিবী পুরাণ হবহ বিষ্ণু পুরাণ।
সিদ্ধি পুরাণ আরু দেবগ পুরাণ॥
স্বর্গ পুরাণ আরু চন্দ্র যে পুরাণ।
রাম পুরাণ আরু সীতা যে পুরাণ॥
প্রসিদ্ধ পুরাণ নামে পুরাণ সুধির।
আছে কিছুমান আরু শুনাহা সুধীর॥
কৌমদ পুরাণ কারা পুরাণ পরশু।
বৈকুণ্ঠ পুরাণ হরি পুরাণ যে বস্তু॥
ঋষি পুরাণ আরু পুরাণ জয়তি।
বিতিক্ত পুরাণ আরু পুরাণ যে রীতি॥
যুগ পুরাণ আরু বেদ যে পুরাণ।
ঈশ্বর পুরাণ আরু নির্ণয় পুরাণ॥
ধর্ম্ম পুরাণ আছে শান্তি যে পুরাণ।
গঙ্গা পুরাণ আরু নন্দি যে পুরাণ॥
লক্ষ্মী পুরাণ সরস্বতী যে পুরাণ।
পার্ব্বতী পুরাণ আরু রবির পুরাণ॥

পুরুষ পুরাণ মহা পুরাণ প্রকৃতি।
দিগপাল পুরাণ পরম শুদ্ধমতি॥
সমর পুরাণ আর তার নাম যম।
আছে ধরম পুরাণ অনুপাম॥
উলাহল মহাবিন পুরাণ আচার।
ব্রহ্মা হর দেব বিষ্ণু সবাতে কহয়॥
আইস পুরাণ সব অঠর হাজার।
কহিবে শকতি তাক আছয় কাহার॥
কাককবি কহিলো তাযাত আমি পাই।
সহস্র কহিবে লাগি মোর শক্য নাই॥
শুনা সভাসদ সব কথা নিরন্তর।
কহিবেক কোনে লিলা ঈশ্বর কৃষ্ণর॥
পরম অজ্ঞানী মই পাতেকি প্রধান।
গুরু বিনে কোনে মোক করাইবেক ত্রাণ॥
নমো নমো পরম ঈশ্বর দেব হরি।
স্তুকতি প্রসাদ মাগো দান্তে তৃণধরি॥
শ্রবন কীর্ত্তন নাম নাহারোক মুখে।
তযু ভকতর সঙ্গ হোক সুখে দুখে॥
দৈবকী নন্দন প্রভু তুমি নিজ দেব।
তোমাত বিনাই বন্ধু নাহি কর কেব॥
কুত্র বংশ হৈয়া তযু সেবা পাসরিলো।
সংসার সাগরে পরি এহি দোষে রৈলো॥

কৰহো কাকুতি ঐ চৰণত ধৰি।
পাপৰ সাগৰে পাৰ কৰা মোক হৰি॥
হৃদয়ে থাকিয়া যেন দিয়া উপদেশ।
তাকেসে কৰিলো সুখে প্ৰভু হৃষিকেশ॥
কৃপাৰ ঠাই গুৰু দেৱতাৰ দেৱ।
তোমাৰ চৰণে কৰো লক্ষ কোটি সেৱ॥
কৰিয়ো উদ্ধাৰ দুই চৰণত ধৰো।
ভৱকূপ সাগৰে হেন বা মই তৰো॥
সুখে দুখে মুখে মোৰ নচাৰোক নাম।
কহয় পুৰুষোত্তমে বোলা ৰাম ৰাম॥



## ছবি।

শুনিয়োক সৰ্ব্ব জন কৰি সবে থিৰ মন
ঈশ্বৰৰ লিলা ব্যৱহাৰ।
কহো আৰু আতপৰে শুনা সাধু সব নৰে
নধৰিবা দোষক আমাৰ॥
থিৰ তয়ু পৰ কথা ভৈলা আৰু যেন [illegible]
সেহি কালে ঈশ্বৰ পৰম।
আছিল উপাস্য দেৱ কৃষ্ণক কৰন্ত সেৱ
নাহিকে ঈশ্বৰ তাঙ্ক সম॥
কল্পনাৰ নামে ধৰ্ম্ম কৰন্ত কৃষ্ণৰ কৰ্ম্ম
এহিমতে কৰ্ম্ম কৰি আছে।
কৰ্ম্মক কৰন্তে জান ভৈলা কৰ্ম্মে অগিয়ান
কৰ্ম্ম মলে বেঢ়িলেক পাছে॥

কৰ্ম্মমলে ভৈলা অন্ধ        নাহি ভকতিৰ গন্ধ
তুমি হেন ঈশ্বৰ পৰম।
আছে যুগ ধৰ্ম্ম ধৰি        সন্তোষ নোহন্ত হৰি
কি কাৰণে কৰা হেন কৰ্ম্ম॥
পৰম ঈশ্বৰ দেৱ        কৰিলন্ত পৰি সেৱ
শুনা হেন কৃষ্ণৰ বচন।
যুগধৰ্ম্ম কৰো আমি        নজানো ভকতি স্বামী
চিন্তো সদা তোমাৰ চৰণ॥
নাৰদ মহন্তে শুনি        তানকথা আছে গুণি
লৈলা পাছে শৰণ একান্ত।
কৰাপ্ৰভু মোকদয়া        দূৰ হোক মোৰমায়া
হেন ভক্তি কহিয়ো আমাত॥
ভৈলোমায়া পাশেবন্দি        পলাইবাৰো নাহি সন্ধি
কৰিয়ো উদ্ধাৰ কৃপাময়।
চৰণে শৰণ লৈলো        সত্যে সত্যে দাস ভৈলো
ক্ষমা কৰা মোৰ দোষ চয়॥
হেনশুনি হৰি কৈলা        উপদেশ তাঙ্কদিলা
নিজ থানে তেতিক্ষণে গৈলা।
পৰম ঈশ্বৰ হৰি        মনক নিয়ম কৰি
আৰে মোৰ কানত ৰহিলা॥
শুনা আৰু আতপৰে        সভাসদ নিৰন্তৰে
অনন্ত যুগত যেন কৈলা।
সাধু সনাতন নাম        আছিলন্ত অনুপাম
সেহিকালে অৱতাৰ ভৈলা॥
আচৰিলা যুগ ধৰ্ম্ম        কৰিলন্ত নানা কৰ্ম্ম
নাম ধৰ্ম্ম সোদন মোহন।

থাকান্ত ঈশ্বৰ যতি    কৃষ্ণপাৱে মন মজি
ঈশ্বৰ পৰম মহাজন ॥
নামধৰ্ম্মে যুগে যেন    শুনা কৰিলন্ত কেন
ৰঘুবৰ ঈশ্বৰ পৰম ।
কৰে যুগ ব্যৱহাৰ    বোলে সংসাৰৰ পাৰ
পাইবো আমি সংসাৰৰ ধৰ্ম্ম ॥
যুগধৰ্ম্ম কৰি বৈলা    শুনা আক যেন ভৈলা
ঋষভৰ যুগত সম্প্ৰতি ।
জগন্নাথ নাম হৰি    আছিলন্ত অৱতৰি
জপ কৰ্ম্মে কৰে হেন ৰতি ॥
নজানে ভকতি ধৰ্ম্ম    কৰে লোকে আন কৰ্ম্ম
জগন্নাথ উপাস্য সবাৰে ।
জায়ন্তৰূপে ভেন্তে হৰি    আছিলন্ত অৱতৰি
প্ৰবৰ্ত্তিল লোক ব্যৱহাৰে ॥
আছিল লোকৰ গুৰু    যেন মহা কল্পতৰু
 সভাৰন্ত ধৰ্ম্মত প্ৰবোধ ।
আন সব লোক যত    ধৰিল তাহান মত
পৰম মহন্ত সবে অন্ধ ॥
হেন জানি ধৰা মতে    নেৰিবা হৰিক ভে[illegible]
তেবে যাইবা বৈকুণ্ঠক লৰি ।
আন আশা পৰি হৰি    কৃষ্ণৰ চৰণে ধৰি
সব লোকে বোলা হৰি হৰি ॥

*সমাপ্ত*

শঁক ১৭৬২ শঁকৰ ২৯ পৌষ কৃষ্ণ পক্ষে চতুৰ্থি তিথিয়ে বুঢ়া ভাগ্ন পুস্তক লিখা সমাপ্ত ।

# জাননী।



আমাৰ নলবাড়ীস্থ দোকানত তলত লিখা বস্তুবোৰ পাইকাৰী ও খুচৰা দৰে বিক্ৰী কৰা হয়।

নানা প্ৰকাৰ কাপোৰ, নানা প্ৰকাৰ মনোহাৰী, নানা প্ৰকাৰ ষ্টেচনাৰি, এৰি সূতা, এৰি কাপোৰ, মুগা সূতা ইত্যাদি। অগ্ৰিম ধনেৰে সৈতে অৰ্ডাৰ পঠালে বজাৰ দৰে ভিঃ পিঃ কৈ মাল পঠোৱা হয়।

শ্ৰীযুত মুকুন্দ মল্ল বৰুৱাৰ ৰচিত (নৱা-ছোৱালীৰ সামৰ্য়ীৰ উপযোগী) পহিলা-পাঠ আৰু তেখেতৰ সংগৃহীত আৰু প্ৰকাশিত বুঢ়াভাইষ্ (ধৰ্ম্মপুথি) আমাৰ দোকানত পোৱা যায়। যি সকলে একেলগে ১০ খন নিয়ে তেওঁলোকক উপযুক্ত কমিচন দিয়া হব। পৰীক্ষাপ্ৰাৰ্থণীয়। ডাক মাচুল স্বতন্ত্ৰ।

নিবেদক—

শ্ৰীশান্তি মল্ল বৰুৱা।

শ্ৰীধৰ্ম্ম মল্ল বৰুৱা।

পোঃ আঃ নলবাড়ী, বজাৰ।

(আসাম কামৰূপ)